# বুৰঞ্জীৰ বাণী

## অসম-বুৰঞ্জী সম্পৰ্কীয় প্ৰবন্ধাৱলী

প্ৰণেতা

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা



লয়াৰ্চ বুক ষ্টল

গুৱাহাটী, অসম

১৯৫৫

BURANJIR VANI, or the Message of History, containing sixteen articles in Assamese on different aspects of the History of Assam from the Early Hindu Period to the attainment of India's independence in August 1947. By Dr. S. K. Bhuyan, M.A., B.L. (Cal.), Ph.D. (Lond.) D. Litt. (Lond.)


প্ৰকাশক।—শ্ৰীবিচিত্ৰনাৰায়ণ দত্ত-বৰুৱা, বি-এল

লয়াৰ্চ বুক ষ্টল, গুৱাহাটী, অসম।

First Edition, August 1951.

Second Edition, October 1955.

মুদ্ৰাকৰ।—শ্ৰীতীৰ্থনাথ পাল, নবজীৱন প্ৰেছ।

৬৬ নং গ্ৰে ষ্ট্ৰীট, কলিকতা।

Printed by Tirtha Nath Paul, at the Nabajiban Press, 66, Grey Street, Calcutta-6; and published by Shri Bichitra Narayan Datta Barua, B.L., Lawyer's Book Stall, Panbazar, Gauhati, Assam. October 1955.

# নিবেদন

প্ৰথম তাজৰণ।—খৃষ্টাব্দ ১৯২৫ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত ভিন-ভিন সময়ত লিখা অসম-বুৰঞ্জীসম্পৰ্কীয় ষোলটা প্ৰবন্ধ একেলগ কৰি "বুৰঞ্জীৰ বাণী" উলিওৱা হল।

বুৰঞ্জীত সাধাৰণতে ঘটনাৰ হাড়-ছাল মাথোনৰ বিৱৰণ থাকে, তাত ৰসসৃষ্টি আৰু আবেগৰ অৱতাৰণা কৰাটো একপ্ৰকাৰে অবিধেয়। কিন্তু সাহিত্য-লিখকে, সত্যৰ অপলাপ নকৰাকৈ, বুৰঞ্জীৰ ঘটনাৰ আগ-পাচ, তাৎপৰ্য্য দেখুৱাই সঞ্জীৱনী ভাষাৰ সহায়েৰে তাত নতুন প্ৰাণসঞ্চাৰ কৰিব পাৰে। "বুৰঞ্জীৰ বাণীৰ" প্ৰবন্ধাৱলীও, যাইকৈ, এই সাহিত্যৰ কালৰণৰা ৰচিত হৈছে। অতীতৰ প্ৰতি অসমীয়াৰ অনুৰাগ, আৰু স্বদেশৰ মঙ্গলৰ কাৰণে ঐকান্তিক কামনাৰ সৃষ্টিয়েই হৈছে এই প্ৰবন্ধাৱলীৰ অন্তৰ্নিহিত উদ্দেশ্য। বিক্ষিপ্তভাৱে হলেও, সুদূৰ হিন্দুযুগৰ পৰা বৰ্ত্তমান কাললৈকে অসম-বুৰঞ্জীৰ গতিৰ ধাৰা কিছুপৰিমাণে এই গ্ৰন্থৰ পৰা উপলব্ধি কৰিব পৰা যাব। নাটক কাব্য আদি মৌলিক ৰচনাৰ কাৰণেও ইয়াত যথোচিত সম্বল পোৱা যাব।

ইয়াৰ প্ৰত্যেকটো প্ৰবন্ধকে স্বয়ংপূৰ্ণ কৰা হৈছে, সেইদেখি ইটো-সিটো প্ৰবন্ধত খেনো কথাৰ পুনৰ উল্লেখৰ প্ৰয়োজন হৈছে। প্ৰবন্ধৰ তলত তাৰ ৰচনা-তাৰিখ দিয়া হৈছে; ইয়াৰ সহায়েৰে, ৰচনাকাললৈকে কোনো এটি ঘটনাৰ জ্ঞানৰ পৰিসৰ কিমান আছিল তাকো জানিব পৰা যাব। অধিকাংশ প্ৰবন্ধ অসমীয়া আলোচনী আৰু বাতৰি-কাকতত প্ৰকাশিত হৈছিল; তাৰে তালিকা, আন কিছু কথাৰে সৈতে,

ওপৰঞ্চিত দিয়া হৈছে। পূৰ্ব্বে প্ৰকাশিত বুৰঞ্জীমূলক অন্যান্য প্ৰবন্ধ “বুৰঞ্জীৰ কথা” আৰু “বুৰঞ্জী আলোচনা” নামে দুখন গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে, এই দুই গ্ৰন্থ অলপতে ওলাব।

উদ্যোগী সাহিত্যসেৱক শ্ৰীমান্ উপেন্দ্ৰচন্দ্ৰ লেখাৰু, শ্ৰীমান্ অতুলচন্দ্ৰ হাজৰিকা আৰু শ্ৰীমান্ মহেশ্বৰ নেওগদেৱে এই গ্ৰন্থ প্ৰকাশৰ কামত সহায় কৰাৰ বাবে তেওঁলোকলৈ কৃতজ্ঞতা জনালোঁ। প্ৰকাশৰ কাম হাতত লোৱাৰে দিন ধৰি শ্ৰীমান্ বিৰিঞ্চিকুমাৰ বৰুৱাদেৱে বিশেষভাৱে উৎসাহ দিয়াত তেওঁৰ ওচৰত কৃতজ্ঞ হৈ থাকিলোঁ। গুৱাহাটী, ইং ১৬।১৯৫১ চন।

**দ্বিতীয় তাঙৰণ।**—অসমীয়া পাঠক-পাঠিকাসকলে ‘বুৰঞ্জীৰ বাণীক’ আদৰেৰে গ্ৰহণ কৰা দেখি বং পাইছোঁ। গুৱাহাটী বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষই ইয়াক আই-এ পৰীক্ষাৰ চেকেণ্ড লেংগুৱেজৰ নিৰ্দ্দিষ্ট পাঠ্যৰূপে আৰু অসমৰ শিক্ষাবিভাগে হাইস্কুলৰ সপ্তম আৰু অষ্টম মানৰ বুৰঞ্জী বিষয়ৰ চাপ্লিমেণ্টেৰী বিডাৰ বা ওপৰঞ্চি পাঠ্যৰূপে নিৰ্দ্ধাৰিত কৰিছে। এই সকলোলৈকে এইখিনিতে কৃতজ্ঞতা জনালোঁ। এই দ্বিতীয় তাঙৰণৰ পাঠ আগৰ মতে ৰখা হৈছে, আৰু পূৰ্ব্বৰ তাঙৰণত মাজে-মাজে যি অলপ আসোঁৱাহ আছিল তাক গুচাই এই তাঙৰণ যথাসম্ভৱ নিখুঁত কৰিবলৈ চেষ্টা কৰা হৈছে।—গুৱাহাটী, ১৫ অক্টোবৰ ১৯৫৫ চন।

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# সূচীপত্ৰ

মোৰ স্নেহনীয়া কন্যা

কল্যাণীয়া

শ্ৰীমতী কমলী আইদেওৰ

হাতত

দেউতাকৰ স্নেহৰ উপহাৰ।

গুৱাহাটী,
চেপ্টেম্বৰ, ১৯৫১ চন

শ্ৰীসূৰ্য্যকুমাৰ ভূঞা

# বুৰঞ্জীৰ বাণী

## বৰ-অসমত এভুমুকি

বুৰঞ্জী কি, বুৰঞ্জীৰ প্ৰয়োজনীয়তা কি, এই বিষয় লৈ অসমীয়া সমাজক ন-কৈ কোনো কথা কোৱাৰ সকাম নাই। সভ্য জগতৰ চাৰিওকালে চকু মেলি চালে দেখা পাওঁ যে অতীতৰ ৰহস্য ভেদ কৰাত অজস্ৰ ধন বিনাসংকোচে ব্যয় কৰা হৈছে। বুৰঞ্জীৰ অন্তৰ্গত এটি সত্য এটি ঘটনাৰ সাঙ্গোপাঙ্গ বিশ্লেষণ উলিয়াবৰ কাৰণে বুৰঞ্জী-গৱেষকসকলে প্ৰাণপাণে পৰিশ্ৰম কৰিছে, বুৰঞ্জী অধ্যাপনাৰ কাৰণে প্ৰত্যেক শিক্ষা-কেন্দ্ৰতে উপযুক্ত শিক্ষক আৰু সুবিধাৰ ব্যৱস্থা কৰা হৈছে; কাৰণ, সকলো উন্নত সমাজে আজি ভালকৈ উপলব্ধি কৰিছে যে অতীত অভিজ্ঞতাৰ সম্বল নহলে কোনো জাতিৰ ভৱিষ্যৎ উন্নতিৰ বাট সুগম কৰিব নোৱাৰি। ইংলণ্ডৰ সুপ্ৰসিদ্ধ ইতিহাসবিদ্ দাৰ্শনিক ফ্ৰেদাৰিক হেৰিছনে কৈছিল যে অতীতৰ সম্যক জ্ঞানৰ ওপৰত আমাৰ ভৱিষ্যতৰ সকলো আশা-ভৰসা নিৰ্ভৰ কৰিছে।

বিশেষকৈ, আমাৰ নিচিনা পিচপৰা জাতিৰ নিমিত্তে অতীত আদৰ্শৰ উদাহৰণ নিতান্ত আৱশ্যকীয়। জগতৰ উন্নত সমাজত

আমি অসমীয়া আজি হাল-হিগা ভিকহু, তাত আমাৰ মাতবোলৰ শক্তি একেবাৰে দুৰ্ব্বল। অন্যদেশৰ মানুহে আকাশ-সমুদ্ৰ, গিৰি-কৈয়ামৰ ব্যৱধান লঙ্ঘন কৰি বিজ্ঞানৰ বিজয়-নিচান উবাব লাগিছে, আমি সেই সভ্যতা-ইঞ্জিনত পেট্ৰল কয়লাৰ যোগান দিছোঁ মাথোন।

অসমীয়া আজি নগণ্য ভিখ-মগনীয়া, কিন্তু আপোনা-লোকে মন কৰিছেনে অসমীয়াৰ দেশ-প্ৰেম আন কোনো জাতিৰ দেশ-প্ৰেমতকৈ কম নহয়? আপুনি এজন অসমীয়াক ব্যক্তিগতভাৱে গালি পাৰক বা নিন্দা কৰক, তেওঁ হয়তো একো নামাতি সহি থাকিব; কিন্তু তেওঁৰ আগত অসমীয়া জাতি বা অসমীয়া ভাষাৰ বিষয়ে বিকৰ্থনা কৰক, তেওঁৰ জাতি-মৰ্য্যাদা ক্ষুণ্ণ হোৱাত তেওঁৰ চকু ৰঙা হব, আৰু সৰ্ব্বশৰীৰ কম্পমান হব, তেওঁ বিকৰ্থনাকাৰীক দুআষাৰ স্পষ্ট কথা শুনাইহে এৰিব। আমাৰ এই দেশ সুপ্তসিংহৰ দেশ। অসমীয়া মানুহৰ গাত সুপ্তপ্ৰতিভা জাগ্ৰত কৰিব জানিলে অসমীয়া জাতি শক্তিমন্ত হৈ সংসাৰ-সংগ্ৰামত সম্মুখীন হব পাৰিব। আমি আজি উঠ বুলিলে উঠোঁ, আৰু বহ বুলিলে বহোঁ। কিন্তু আমাৰ অৱস্থা যে সদায় এনে নাছিল তাক কোনোৱাই পতিয়াবনে? আমাক দেখিলে কোনে বিশ্বাস কৰিব যে আমিও এটি কোটি-কলীয়া অখণ্ড-প্ৰদীপ সদৃশ সভ্যতাৰ অধিকাৰী আছিলোঁ।

এই অসমৰে প্ৰাগজ্যোতিষপুৰৰ ভগদত্ত নৃপতি যেতিয়া চীন

কিৰাত সৈন্য আৰু গজ-বাজি-পৰিবেষ্টিত হৈ কুৰুক্ষেত্ৰৰ সমৰ প্ৰাঙ্গণত থিয় হৈছিল ভেতিয়া যুযুৎসুসকলৰ সকৌতূহল দৃষ্টি-কৰ্ণ অসমীয়া সৈন্যৰ সমৰসজ্জা আৰু অসমীয়া ৰণ-মাতঙ্গৰ আড়ম্বৰ পিনে নিক্ষিপ্ত হৈছিল। এই ভগদত্তবংশৰে ৰাজ্যমতী নামে কন্যাক নেপালৰ লিচ্ছৱীবংশীয় জয়দেৱ নামে নৃপতিয়ে বিবাহ কৰিছিল। ৭৬৯ খৃষ্টাব্দৰ এখন শিলালিপিত ৰাজ্যমতীৰ পিতৃদেৱ হৰ্ষদেৱক গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি বুলি বৰ্ণোৱা আছে।

ভগদত্ত ৰজাৰ পৰাক্ৰমসূচক কীৰ্ত্তিচিহ্ন আজিও সুদূৰ ভাগলপুৰত দেখা পোৱা যায়। ১৮০৯ খৃষ্টাব্দত গোৰক্ষপুৰৰ বিৱৰণী থকা গ্ৰন্থত বুকানন-হেমিল্‌টনে লিখি গৈছে,—

"ভাগলপুৰৰ সম্মুখা-সম্মুখিকৈ দেউহা নামে নদীৰ সিপাৰে গাজীপুৰ জিলাৰ অন্তৰ্গত এভোখৰ ঠাইত খয়ৰাগড় নামে অতি পুৰণা ধ্বংসাৱশেষৰ চিন চকুত পৰে। তাত প্ৰায় এশ' পুৰা মাটি জুৰি এটা দুৰ্গ থকাৰ অনুমান হয়। ইয়াৰ এক অংশ নৈয়ে খহাই নিছে। দুৰ্য্যোধনক সহায় কৰিবলৈ অহা কালত কামৰূপৰ ৰজা ভগদত্তই এই খয়ৰাগড় দুৰ্গ নিৰ্ম্মাণ কৰিছিল। ইয়াৰ ওচৰত এটা ঘূৰণীয়া শিলৰ খুটা দেখা পোৱা যায়, তাৰ ঘূৰটো সমান, কিন্তু ইয়াত কোনো প্ৰকাৰৰ কাৰুকাৰ্য্য নাই। ওচৰত কোনো গৃহাদিৰ চিনচাব নাই, বোধ হয় সেইবোৰ মাটিৰ তলত পোত গৈছে। এই শিলত এখন দীঘল লিপি খোদিত আছে, পণ্ডিতসকলে তাৰ পুৰণা আখৰবোৰ মাতিব পৰা নাই। এই লিপিখন বিকৃত হোৱাৰ

কাৰণ বা-বৰযুগৰ প্ৰভাৱ। কোনোবা মানুহে লিপিৰ অজ-আগত খুটাটো ভঙাৰ চেষ্টা কৰাৰ প্ৰমাণ পোৱা যায়। এটা জনপ্ৰবাদ চলি আছে যে এই খুটাটো ভগদত্ত ৰজাই নিৰ্ম্মাণ কৰি সেই ঠাইতে থৈ গৈছিল।”

আমি আজি যি ঠাইত সমবেত হৈছোঁ সেই ঠাই অসমৰ অতীত কাহিনীৰে সৈতে জড়িত। মহাসতী বেহুলাই মৃত পতিৰ দেহা লৈ যাওঁতে এই নেতাই ধুবুনীৰ ঘাটতে আশ্ৰয় লৈছিল। এই ধুবুৰীতে অম্বৰাধিপতি ৰামসিংহৰ লগত আহি শিখৰ নৱম গুৰু তেগ বাহাদুৰে গুৰুদ্বাৰ প্ৰতিষ্ঠা কৰি থৈ গৈছিল।

আজিকালি যিখন জিলাক আমি গোৱালপাৰা বোলোঁ সি সদায় কামৰূপ ৰাজ্যৰ অন্তৰ্গত আছিল। অকল গোৱাল-পাৰা নালাগে, গোৱালপাৰাৰ পৰা আৰম্ভ কৰি ৰংপুৰ, জলপাইগুৰি আৰু মৈমনসিংহো কামৰূপৰ ছত্ৰাধীন আছিল। সেই বিষয়ে অন্যান্য লিখকসকলে কি কৈছে তাক জানিব লগীয়া।

অসমৰ জিলাসমূহৰ বিৱৰণী থকা গেজেটিয়াৰৰ গোৱালপাৰা খণ্ডত আছে,—

“মহাভাৰতত উল্লেখ থকা প্ৰাচীন হিন্দু ৰাজ্য কামৰূপৰ ভিতৰত গোৱালপাৰা সন্নিবিষ্ট আছিল। আৰু এই কামৰূপৰ অন্তৰ্গত আছিল উত্তৰ-পূব বঙ্গ আৰু বৰ্ত্তমান অসম প্ৰদেশৰ অধিকাংশ ভাগ।”—মিঃ বি-চি এলেন।

পূৰ্ববঙ্গৰ জিলাসমূহৰ গেজেটিয়াৰৰ ৰংপুৰ খণ্ডত আছে,—"অসম, মণিপুৰ, জয়ন্তীয়া, কাছাৰ আৰু মৈমনসিংহৰ এক অংশ, আৰু শ্ৰীহট্টৰ নিচিনাকৈ ৰংপুৰ জিলাও অতীতৰ কামৰূপ বা প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ অন্তৰ্গত আছিল। মৎস্য ৰাজ্য বা বঙ্গদেশ আৰু কামৰূপ ৰাজ্যৰ সীমা আছিল কৰতোয়া নদী। এই কামৰূপৰ প্ৰাচীন নৃপতি ভগদত্তই দুৰ্য্যোধনৰ পক্ষ অৱলম্বন কৰিছিল, আৰু অৰ্জ্জুনৰ হাতত নিহত হৈছিল। ঘাঘট নদীৰ পাৰত ভগদত্ত ৰজাই এটি আনন্দভৱন বা ৰঙ্গালয় নিৰ্ম্মাণ কৰে। তাৰপৰাই এই ঠাইৰ নাম ৰংপুৰ হোৱা বুলি প্ৰবাদ সৃষ্টি হৈছে। শিৱসাগৰৰ দক্ষিণেও ৰংপুৰ নামে এখন চহৰ আছে; তাতো তেনেৰূপ প্ৰবাদ চলি আছে। ভাটীৰ ৰংপুৰৰ কেই মাইলমান দূৰৈত থকা পৰাবন্দ নামে ঠাইডোখৰ ভগদত্ত ৰজাৰ কন্যা পৰাৱতীৰ নাম অনুযায়ী হোৱা বুলি মানুহৰ বিশ্বাস।"—মিঃ বি-জে-এ ভাচ।

জলপাইগুৰি জিলাৰ গেজেটিয়াৰত আছে,—"প্ৰাগ-ঐতিহাসিক যুগত জলপাইগুৰি জিলাখণ্ড প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। এই ৰাজ্য পাচত গৈ কামৰূপ বুলি জনাজাত হয়, আৰু ই পশ্চিমে কৰতোয়া নদী পৰ্য্যন্ত বিস্তৃত আছিল। যোগিনীতন্ত্ৰমতে কামৰূপৰ তৃতীয়জনা নৃপতিয়ে খৃষ্টীয় প্ৰথম শতিকাত ৰাজ্যশাসন কৰে, তেওঁৰ নাম আছিল জল্পেশ্বৰ। কিম্বদন্তীমতে এই জল্পেশ্বৰ ৰজাৰ দিনত জল্প-লিঙ্গ আৱিৰ্ভূত হয়, আৰু এইজনা নৃপতিয়ে সেই লিঙ্গৰ

পূজা-উপাসনাৰ নিমিত্তে এটি মন্দিৰ নির্ম্মাণ কৰে। মন্দিৰৰ মূলভেটি আছিল বর্ত্তমান জল্পেশ মন্দিৰৰ ঠাইডোখৰ। এওঁৰ পৰবর্ত্তী নৃপতি আছিল পৃথু ৰজা, এওঁৰ ৰাজধানীৰ বিস্তীর্ণ ধ্বংশাৱশেষ জলপাইগুৰি টিটালীয়া ৰাস্তাৰ দক্ষিণে ভিতৰগড় নামে ঠাইত এতিয়াও দেখা পোৱা যায়। পৃথুৰ পাচত ধর্ম্মপাল নামে এজন ৰজাই ব্রহ্মপুত্রলৈকে পশ্চিম কামৰূপ শাসন কৰে, এওঁৰ ৰাজত্বৰ স্মৃতি-চিহ্ন এতিয়াও কোচবেহাৰ ৰাজ্যত দেখা পোৱা যায়।”—মিঃ জে-এক গ্রুনিং।

মৈমনসিংহ জিলাৰ গেজেটিয়াৰত পোৱা যায়,—“মহাভাৰতৰ কালত মৈমনসিংহ প্রাগজ্যোতিষ ৰাজ্যৰ অন্তর্গত আছিল। তিনিহাজাৰ বছৰৰ পাচত বৌদ্ধ যুগত এই ৰাজ্যৰ নাম হয় কামৰূপ। ইয়াৰ পশ্চিম সীমা আছিল এই কৰতোয়া নদী। এই নদী নেপালৰ পৰা ওলাই আত্রাইৰ সমান্তৰালভাৱে ৰংপুৰ আৰু পাবনা জিলাৰ মাজেদি বৈ গৈছিল। সেইদেখি যমুনাৰ বর্ত্তমান স্থলভূমি আৰু ৰাজছাহী বিভাগৰ ভালেমান ঠাই আৰু মৈমনসিংহৰ উত্তৰ অঞ্চলত থকা পৰগণাবোৰ কামৰূপ ৰাজ্যৰ অন্তর্গত আছিল।”—মিঃ এফ-আৰ চেক্চ।

গতিকে ইয়াৰ পৰা দেখা গল যে প্রাচীন কামৰূপৰ ভিতৰত আজিকালিৰ অসম প্রদেশৰ উপৰিও ৰংপুৰ, জলপাই-গুৰি আৰু মৈমনসিংহ এই তিনিখন জিলা অন্তর্ভুক্ত আছিল।

পশ্চিমে কৰতোয়া নদী আৰু পূবে শদিয়া, এইখণ্ডৰ

ভিতৰত আজিৰ অসমীয়াৰ ভাগ্যচক্ৰ উঠা-নমা কৰিছিল। কামৰূপ ৰাজ্য ভাঙ্গি যোৱাৰ পাচত সৰু-সৰু ৰাজ্যৰ সৃষ্টি হয়। অনুমান খৃষ্টীয় ত্ৰয়োদশ শতিকাত পশ্চিম কামৰূপত কমতা নামে এখন ক্ষমতাশালী ৰাজ্যৰ উদ্ভৱ হয়। কোচ-বেহাৰৰ চৈধ্যমাইল দক্ষিণত গোসানীমাৰি নামে ঠাইত কমতাপুৰৰ ভগ্নাৱশেষ আজিলৈকে দেখা পোৱা যায়। এই কমতাৰাজ্যৰ অধীশ্বৰ দুর্ল্লভনাৰায়ণ অসমীয়া কবি আৰু পণ্ডিতৰ পৃষ্ঠপোষক আছিল। কবিবৰ হেমসৰস্বতীয়ে 'প্ৰহলাদ চৰিত্ৰত' কৈছে,—

"কমতা মণ্ডল দুর্ল্লভনাৰায়ণ
নৃপবৰ অনুপাম।
তাহান ৰাজ্যত ৰুদ্ৰ সৰস্বতী
দেৱযানী কন্যা নাম॥
তাহান তনয় হেম সৰস্বতী
ধ্ৰুৱৰ অনুজ ভাই।
পদবন্ধে তেহোঁ প্ৰচাৰ কৰিলা
বামন পুৰাণ চাই॥"

আকৌ ৰামচৰণ ঠাকুৰৰ শঙ্কৰচৰিত্ৰত পোৱা যায় যে মহাপুৰুষ শঙ্কৰদেৱৰ পূৰ্ব্বপুৰুষ চণ্ডীবৰৰ পাণ্ডিত্যৰ পৰিচয় পাই দুর্ল্লভনাৰায়ণ ৰজাই তেওঁক নানান বস্ত্ৰ-অলঙ্কাৰ উপহাৰ দিছিল।

এই কমতা ৰাজ্যৰ শেষ নৃপতি নীলাম্বৰৰ দিনত কামৰূপৰ

২

সৰহ ভাগ, আৰু ৰংপুৰ আৰু বঙ্গৰ এক অংশ কমতাৰ অধীনত আছিল। খৃষ্টীয় পোন্ধৰ শতিকাৰ শেষ ভাগত নীলাম্বৰ ৰজাক গৌড়ৰ চুলতান হুচেন শ্বাহে পৰাস্ত কৰাৰ পাচৰেপৰা বহুদিনলৈকে কমতা ৰাজ্যত অৰাজকতা প্ৰবৰ্ত্তিত হয়, আৰু ঠায়ে-ঠায়ে নতুন ৰজাৰ উদ্ভৱ হয়। তাৰ ভিতৰত সৰ্ব্বপ্ৰধান আছিল কোচবেহাৰৰ ৰজা বিশ্বসিংহ। এওঁ ক্ৰমান্বয়ে সৰু-ভূঞাসকলক উপায়-মন্ত্ৰণাৰে বশ কৰি ছত্ৰধাৰী নৃপতি হয়।

বিশ্বসিংহৰ পুতেক নৰনাৰায়ণ ৰজাই ভায়েক সেনাপতি শুক্লধ্বজ কোঁৱৰক লগত লৈ দিগ্বিজয় যাত্ৰা কৰি অসম, কাছাৰ, মণিপুৰ, ত্ৰিপুৰা, জয়ন্তা, খৈৰাম, শ্ৰীহট্ট আদি ৰাজ্য কৰতলীয়া কৰে। নৰনাৰায়ণৰ ৰাজ্য বঙ্গোপসাগৰলৈকে বিস্তৃত আছিল। নিজৰ পৰাক্ৰমৰ সহায়েৰে নৰনাৰায়ণ ৰজাই অতীজৰ কামৰূপ-সাম্ৰাজ্যৰ সুবিস্তৃত ৰাজ্য-সমৃদ্ধিৰ পুনৰ অভ্যুদয় সম্পাদন কৰে।

অসমীয়াৰ গৌৰৱৰ দুটা প্ৰধান বস্তু হৈছে, কামাখ্যাৰ মহামন্দিৰ, যাৰ কাৰণে অসম-কামৰূপৰ নাম ভাৰতৰ দিগ-দিগন্ত প্ৰচাৰিত হৈছে, যাৰ কাৰণে ধৰ্ম্মপ্ৰাণ যাত্ৰীসকল অসমৰ পুণ্যভূমি দৰ্শন কৰি ইয়াৰ শান্ত-স্নিগ্ধ-সৌন্দৰ্য্যত মুগ্ধ হৈছে; আৰু দ্বিতীয়, মহাপুৰুষ শঙ্কৰদেৱৰ যুগত ৰচিত গ্ৰন্থাৱলী, যাৰ কাৰণে অসমীয়া অশিক্ষিত মানুহৰ মাজতো ধৰ্ম্ম মোক্ষ আৰু কাব্যামৃতৰ ত্ৰিবেণীসঙ্গম হৈছে। এই দুই

গৌৰৱেই হৈছে কৰলৈ গলে মহাৰাজ নৰনাৰায়ণ আৰু সেনাপতি শুক্লধ্বজ কোঁৱৰৰ অৱদান।

পোৰাচুলতান কালাপাহাৰৰ বজ্ৰাঘাতত কামাখ্যা মন্দিৰ ভূমিসাৎ হল। যি বেদীত যুগ-যুগান্তৰ ধৰি দৈনন্দিন পূজা-বন্দিত চলি আছিল সেই ঠাইত মন্দিৰৰ ভগ্নাৱশেষ স্তূপীকৃত হল। এই দৃশ্য সহিব নোৱাৰি ধৰ্ম্মপ্ৰাণ নৰনাৰায়ণ ৰজা আৰু চিলাৰায় কোঁৱৰে কামাখ্যাৰ জীৰ্ণ মন্দিৰ পুনৰ সংস্কাৰ কৰিলে, তেতিয়াৰে পৰা তাত পূৰ্ব্ব নিয়মে পূজাবিধি চলিবলৈ ধৰিলে।

"দৰংৰাজ-বংশাৱলীত" আছে,—

"যুৱৰাজে পাইলা যেবে আপুন ভবন।
পৰম আনন্দ ভৈলা নৰনাৰায়ণ॥
সুখিলন্ত কমনে আসিলা চিলাৰাই।
বোলে মোক কৃপা কৰিলন্ত কামাখ্যা-আই॥
শুনিয়া সবাৰ মনে আনন্দিত ভৈলা।
মেঘামুকদুমক আনি ছুয়ো আজ্ঞা কৈলা॥
বোলে লৈও এতিক্ষণে সৈনক জন্তাই।
নীলাচলে দেবী-মঠ সজায়োক যাই॥
ছয় মাস মানে মঠ যেবে বান্ধা ভৈলা।
তেবে নৃপতিৰ ঠাই দূতক পঠাইলা॥
দূতে গৈয়া কহিলন্ত নৃপতিৰ আগে।
মঠ বান্ধা ভৈল আজ্ঞা কৰা যেন লাগে॥

তেবে নৃপতিৰ মন আনন্দিত ভৈলা।
উচৰ্গা কৰিবে দুয়ো ভাই চলি গৈলা॥
বিধিমতে মঠক প্ৰতিষ্ঠা কৰাইলন্ত।
যতেক দক্ষিণা দিলা নাহি আদি-অন্ত॥"

মহাৰাজ নৰনাৰায়ণে উপলব্ধি কৰিছিল যে হিন্দু ভাৰতৰ প্ৰাণ আৰু আদৰ্শ সংস্কৃত গ্ৰন্থাৱলীতে সন্নিবিষ্ট হৈ আছে। যিসকলে সংস্কৃত জানিছিল তেওঁলোকে হিন্দুশাস্ত্ৰ আৰু সাহিত্যৰ সোৱাদ লব পাৰিছিল, কিন্তু সাধাৰণ মানুহে সেইবোৰ গ্ৰন্থত কি আছে তাৰ বিষয়ে কবলৈ গলে একো নাজানিছিল। মহাৰাজ নৰনাৰায়ণে আদেশ কৰিলে সেই-বোৰ গ্ৰন্থ অসমীয়া ভাষালৈ অনুবাদ কৰিব লাগে, সেই অনুবাদ পঢ়ি সম্প্ৰতিকলৈ স্ত্ৰী আৰু শূদ্ৰই হিন্দুশাস্ত্ৰৰ আভাস পাব, আৰু কিছুকালৰ পাচত ব্ৰাহ্মণসকলেও তাক অধ্যয়ন কৰিব,—

"গৌড় কামৰূপে যত পণ্ডিত আছিলা।
সমস্তক আনি সত্ৰ দেৱাল পাতিলা॥
বোলে বিপ্ৰ পণ্ডিত সমস্তে শুনিয়োক।
কলিৰ যুগত বৃদ্ধি হৈব ভয়শোক॥
অল্প আয়ু অল্প বুদ্ধি হৈবেক নিশেষ।
লোপ হৈব পূৰ্ব্ব শাস্ত্ৰ গ্ৰন্থাদি বিশেষ॥
শুনিয়ো পুৰুষোত্তম ভট্টাচাৰ্য্য দ্বিজ।
কৰিয়োক ৰত্নমালা ব্যাকৰ্ণৰ বীজ॥

সম্প্ৰতিকে স্ত্ৰীয়ে-শূদ্ৰে পঢ়িব যতনে।
কিছু শেষ ভৈলে পঢ়িবেক বিপ্ৰগণে॥
শুনিয়োক আজ্ঞা মোৰ ৰামসৰস্বতী।
ভাৰতৰ পদ তুমি কৰিয়ো সম্প্ৰতি॥
আৰু আছে সপ্তকাণ্ড ৰামায়ণ যত।
শ্লোকক ভাঙ্গিয়া পদ কৰিয়ো সাম্প্ৰত॥
অষ্টাদশ পুৰাণৰ কৰিয়োক পদ।
আকে শুনি নৰলোকে পাইব পৰম্পদ॥
শুনিয়ো শঙ্কৰ তুমি ভক্ত মহাজন।
বাঢ়য় কন্ধৰ পদ কৰা নিবন্ধন॥
হৰিৰ ভক্তিক তুমি কৰিয়ো প্ৰচাৰ।
হৰি ভজি নৰে হৌক সংসাৰৰ পাৰ॥
শুনিয়ো শ্ৰীধৰ তুমি মোৰ বাক্য ধৰা।
জ্যোতিষক ভাঙ্গি তুমি সাধ্যখণ্ড কৰা॥
বকুল কায়স্থ তুমি ভাঙ্গা লীলাৱতী।
অল্পতে বুজয় যেন কায়স্থে সম্প্ৰতি॥
এহিমতে পণ্ডিতসবক বুলিলন্ত।
তেবে কলিযুগে শাস্ত্ৰ লোপ নহৈবন্ত॥
ভাল বুলি প্ৰশংসা কৰিলা সৰ্ব্বজন।
ভাগে-ভাগে গ্ৰন্থ কৰিলেক নিবন্ধন॥
সেহি গ্ৰন্থ নিয়া সবে ৰজাক দেখাইলা।
তাক চাই মহাৰাজা আনন্দক পাইলা॥

পণ্ডিতসৱক পাচে কৰিলা সম্মান।
ধনবস্তু বস্ত্ৰ-অলঙ্কাৰ দিলা দান॥
সমস্তকে পঢ়াইলন্ত কৰিয়া সুপণ্ডিত।
স্ত্ৰী-শূদ্ৰ আদি সবে ভৈলন্ত পণ্ডিত॥"

নৰনাৰায়ণৰ পৃষ্ঠপোষিত সাধু-সন্ত কবি আৰু পণ্ডিতসকলৰ ৰচনাত মহাৰাজ নৰনাৰায়ণৰ এই বিৰাট প্ৰচেষ্টাৰ কথা ভালকৈ ফুটি ওলাইছে। মহাপুৰুষ শঙ্কৰদেৱৰ এটি ভটিমাত আছে,—

"জয় জয় মল্ল নৃপতি ৰসজান।
যাকেৰি গুণগণ সম নাহি আন॥......
নটক ভাটক পশ্চিম দেশক
যত যত পণ্ডিত আৱে।
ঘোটক কম্বল বহুত ৰজত
আপনহি মন পূৰি পাৱে॥
অস্ত্ৰত শস্ত্ৰত শাস্ত্ৰত পাৰ্গত
বিপক্ষত আপন জান।
দেৱ ব্ৰাহ্মণক পিতৃক অৰ্চ্চনে
যাকেৰি নাহি সমান॥
আপন নৃপবৰ ধৰ্ম্ম যুধিষ্ঠিৰ
বিচাৰত আপন সুজান।
কাব্য কবিত্ব শশধৰ পণ্ডিত
ধনুৰ্দ্ধৰ অৰ্জ্জুন সমান॥......"

সংস্কৃত গ্ৰন্থাৱলী অসমীয়ালৈ ভাঙিবলৈ পণ্ডিতসকলক আদেশ দিয়েই মহাৰাজ নৰনাৰায়ণ ক্ষান্ত নহৈছিল। পণ্ডিত-সকলে সংসাৰৰ চিন্তা জঞ্জালৰ পৰা মুক্ত হৈ যাতে ৰচনা কামত সৰ্ব্বান্তঃকৰণে লিপ্ত হব পাৰে তাৰ কাৰণে ৰজাই তেওঁলোকক দাস-দাসীও দান কৰিছিল, আৰু পুথি আদিৰো যোগান দিছিল। কবিবৰ ৰামসৰস্বতীয়ে পুষ্পহৰণ "বনপৰ্ব্বত" লিখিছে,—

"জয় নৰনাৰায়ণ ৰাজ-শিৰোমণি।
সন্তৰ পৰম মিত্ৰ দুষ্টৰ অগনি॥
আমাক কৰিলা আজ্ঞা সাদৰ বচনে।
ভাৰত পয়াৰ তুমি কৰিও যতনে॥
আমাৰ ঘৰত আছে ভাষ্য-টীকা যত।
নিওক আপুন গৃহে দিলোহোঁ সমস্ত॥
এহি বুলি ৰাজা পাচে বলধি যোৰাই।
পঠাইলা পুস্তক সব আমাসাৰ ঠাই॥
ধন বস্ত্ৰ-অলঙ্কাৰ দিলা বহুতৰ।
দাস-দাসী দিয়া মান কৰিলা বিস্তৰ॥"

মহাৰাজ নৰনাৰায়ণৰ ৰাজত্ব কালত অতীত যুগৰ কামৰূপ ৰাজ্যৰ পুনৰ সংগঠন হোৱা যেন হৈছিল, অৰ্থাৎ যিবোৰ ৰাজ্য প্ৰাচীন কামৰূপৰ অন্তৰ্ভুক্ত আছিল মহাৰাজ নৰনাৰায়ণৰ কোচবেহাৰ ৰাজ্যৰ অধীনতো প্ৰায় সেইবোৰ ৰাজ্য অন্তৰ্ভুক্ত হৈছিল।

নৰনাৰায়ণৰ প্ৰায় ডেৰ-শ বছৰৰ পাচত আহোম স্বৰ্গদেৱ ৰুদ্ৰসিংহ মহাৰাজে কৰতোয়াৰ সমীপবৰ্ত্তী সকলো ৰাজ্য বশ কৰি পুনৰ কামৰূপ ৰাজ্য সংগঠিত কৰিব খুজিছিল। চুহুংমুং দিহিঙীয়া ৰজাৰ দিনত অসমে বঙ্গালক পৰাস্ত কৰি খেদি নি কৰতোয়া নদীত খাণ্ডা পখালিছিল, আৰু বিজয়ৰ চিনস্বৰূপ সেই নদীৰ সমীপত এটি মন্দিৰ আৰু পুখুৰী নিৰ্ম্মাণ কৰিছিল। সেই কথা স্মৰণ কৰি ৰুদ্ৰসিংহ স্বৰ্গদেৱে পাত্ৰ-মন্ত্ৰীক কলে, "মানাহাৰ পৰা কৰতোয়ালৈকে বিস্তৃত যিবোৰ ৰাজ্য সম্প্ৰতিকে আমি হেৰুৱাইছোঁ সেই সকলোবিলাক আমাৰ পূৰ্ব্বপুৰুষসকলৰ শৰণীয়া আছিল। এতিয়া মই সংকল্প কৰিছোঁ যে সেই ৰাজ্যবোৰ উদ্ধাৰ কৰি অসমৰ পুৰাকলীয়া পশ্চিম সীমা ওভোতাই আনো।" এই প্ৰস্তাৱমতে ৰুদ্ৰসিংহ স্বৰ্গদেৱে যুদ্ধ-অভিমুখে আহি চাৰি লক্ষ্য সৈন্য আৰু যথাবিধি ৰণ-সম্ভাৰ লৈ উত্তৰ-গুৱাহাটীৰ ৰজাদুৱাৰত বাহৰ কৰিলে; কিন্তু সেই বাহৰত থকা কালত স্বৰ্গদেৱৰ বসন্ত ওলাই মৃত্যু হোৱাত তেওঁৰ মহান সংকল্প তেওঁৰ লগতে মাৰ গল।

ৰুদ্ৰসিংহৰ মৃত্যুৰ পাচত কৰতোয়ালৈকে সকলো ৰাজ্য কৰতলীয়া কৰিবলৈ কাৰো কামনা আৰু শক্তি নহল। লাহে-লাহে পৰাক্ৰমী কোচবেহাৰ ৰাজ্যৰো ক্ষমতা টুটি আহিল। কালৰ গতিত কৰতোয়াৰ সমীপবৰ্ত্তী ৰাজ্যসমষ্টি বঙ্গদেশৰ অন্তৰ্ভুক্ত হল। কৰতোয়াৰ পৰা শদিয়ালৈকে এই গোটেইখন ৰাজ্যত যে আগেয়ে একে ভাষা আৰু একে

সভ্যতাৰ নিচান উৰিছিল সিও আজি প্ৰাত্নিক আলোচনাৰ অন্তৰ্গত বিষয় হৈ পৰিছে। আমাৰ প্ৰতিবেশীসকলে এই কেই ৰাজ্যখণ্ডৰ ভাষা আৰু সভ্যতাক নিজৰ বুলি দাবি কৰিছে। অসমীয়াৰ আজি আৰ্থিক বল নাই, অসমীয়া প্ৰত্নতাত্ত্বিক আৰু লিখকৰ কাপত ভাষাৰ প্ৰভাৱ নাই, অসমীয়া কৰ্ম্মবীৰৰ চেতনাত অঘটন-ঘটন-পটীয়সী প্ৰতিভা নাই, সেইদেখি আমাৰ বুকুৰ মঙ্গহ ককাই-ভাইক আমাৰ নিজ বুলি জগতৰ সমুখত দাবি কৰিবলৈকো আমি অসমীয়া আজি অসমৰ্থ হৈছোঁ।

কোচবেহাৰ আমাৰ অসমীয়াৰ, ৰংপুৰ, জলপাইগুৰি, মৈমনসিংহ আমাৰ অসমীয়াৰ। বঙ্গীয় সাহিত্যসম্ৰাট বঙ্কিম চন্দ্ৰ চট্টোপাধ্যায় কৈছিল,—"এক সময়ে কামৰূপ ৰাজ্য অতি বিস্তৃত হইয়াছিল। কৰতোয়া ইহাৰ পশ্চিম সীমা ছিল। আধুনিক আসাম মণিপুৰ, কাছাড়, শ্ৰীহট্ট, ময়মনসিংহ, ৰংপুৰ, জলপাইগুৰি, কোচবেহাৰ ইহাৰ অন্তৰ্গত ছিল।"—প্ৰবন্ধ পুস্তক, ২য় ভাগ।

কোচবেহাৰৰ ৰজা নৰনাৰায়ণে যেতিয়া অসমীয়া সাহিত্যৰ ভেটি বান্ধিছিল, যেতিয়া তেওঁ মহাপুৰুষ শঙ্কৰদেৱ আৰু কবিবৰ ৰামসৰস্বতীৰ দ্বাৰা ভাগৱত আৰু মহাভাৰত অনুবাদ কৰাই সেই গ্ৰন্থ ৰাজ্যত প্ৰচাৰ কৰিছিল, তেতিয়া তেওঁ নিজ ৰাজ্যত বিদেশী ভাষা আৰু সাহিত্য প্ৰচাৰৰ বাট মোকলোৱা নাছিল। সদৌ কোচবেহাৰ ৰাজ্যতে তেতিয়া অসমীয়া ভাষা

প্ৰচলিত আছিল। নৰনাৰায়ণ ৰজাই প্ৰজাৰ নৈতিক মঙ্গলৰ কাৰণে সংস্কৃত গ্ৰন্থ দেশীয় ভাষালৈ অনুবাদ কৰাইছিল। ১৮৭৩ চনত প্ৰকাশিত গ্লেজিয়াৰ চাহাবে লিখা ৰংপুৰ জিলাৰ বিৱৰণীত আছে,—"ৰংপুৰ জিলাৰ মানুহৰ মাজত বিশেষকৈ ব্যৱহৃত শব্দাবলীৰ এখন তালিকা যুগুত কৰিব পাৰি যিবোৰ শব্দ সম্ভৱতঃ অসমৰ জিলা-সমূহৰ ভাষাৰ পৰা উদ্ভৱ হৈছে।" অসমীয়াই কাণসাৰ নিদিয়া হলে যেনেকৈ আজি অসমতো বঙ্গালী ভাষাৰ প্ৰচাৰ হলহেঁতেন, সেইদৰে অসমীয়াৰ মনোযোগৰ অভাৱত মানাহা-কৰতোয়া ৰাজ্যখণ্ডত আজি কামৰূপী অসমীয়া ভাষাৰ সলনি বঙ্গালী ভাষাৰ প্ৰচলন হৈছে। কোনো আনন্দৰাম ঢেকিয়াল ফুকন, হেমচন্দ্ৰ বৰুৱা বা পূৰ্ণানন্দ ডেকা-বৰুৱাই এই ৰাজ্যখণ্ডত আদিম ভাষা প্ৰচলন কৰাৰ উদ্যোগত লিপ্ত নোহোৱাৰ ফলত তাৰপৰা অসমীয়া ভাষা-জানকীৰ বনবাস ঘটিছে।

অসমীয়া জাতীয়ত্বৰ প্ৰথম পৰিচায়ক হৈছে ভাষা-সাদৃশ্য, আৰু দ্বিতীয় পৰিচায়ক হৈছে বেশ-সাদৃশ্য। অসমীয়া তিৰোতাৰ মেখেলা ব্যৱহাৰে তেওঁলোকৰ সাজপাৰক আজিও স্বাতন্ত্ৰ্য দান কৰি আহিছে। এই মেখেলা ব্যৱহাৰ শদিয়াৰ পৰা আম্বালালৈকে অসমীয়াৰ বাহিৰে কোনো ঠাইত দেখা পোৱা নাযায়। কিন্তু ৰংপুৰৰ কিছুমান ঠাইত তিৰোতা-সকলে এই নিচিনা মেখেলা ব্যৱহাৰ কৰে। ১৮৭৩ চনত সংকলিত ৰংপুৰ জিলাৰ বিৱৰণীত গ্লেজিয়াৰ চাহাবে লিখিছে,—

"ৰংপুৰৰ আদিমবাসীসকল কোচ আৰু তাৰ ওচৰ-সম্বন্ধীয় কামৰূপী জাতিবৃন্দৰ অন্তৰ্ভুক্ত। মুছলমানৰ অভ্যুদয়ৰ পূৰ্ব্বে এওঁলোকৰ পৰাই শাসনকাৰী বংশ স্থাপিত হৈছিল। কোচবেহাৰৰ চাৰিওফালে থকা জাতিবৃন্দৰ মাজত মঙ্গোলীয় চা-চেহেৰা বা মুখৰ সাঁচৰ প্ৰাধান্য পৰিলক্ষিত হয়। বুকানন হেমিলটনৰ সময়ত গোবিন্দগঞ্জৰ আধাখিনি হিন্দু অধিবাসী কামৰূপীয় জাতিবৃন্দৰ অন্তৰ্ভুক্ত আছিল। কিন্তু বৰ্ত্তমানে তাৰ সীমা আৰু উত্তৰফালে আগবাঢ়ি গৈছে। ৰংপুৰ চহৰৰ ডেৰকুৰি মাইলমান উত্তৰত আৰু তিষ্টা নদীৰ পশ্চিমে থকা গাওঁবোৰত, সাধাৰণ শ্ৰেণীৰ তিৰোতাবোৰে কামৰূপী পোছাক পিন্ধে, আৰু সেই পোছাক বঙ্গদেশত ব্যৱহৃত শাৰীৰ পৰা দেখাদেখিকৈ পৃথক।"

দুই জাতিৰ মাজত একে কিম্বদন্তীৰ প্ৰচলনৰ পৰাও একে ঐতিহ্যৰ প্ৰমাণ পোৱা যায়। ধৰ্ম্মপাল ৰজাৰ বোৱাৰীয়েক মইনামতী বা মীনাৱতীৰ গীত পূৰ্ব্ববঙ্গৰ নানা ঠাইত প্ৰচলিত আছে। মইনামতীৰ পুতেক গোপীচন্দ্ৰ। সন্তানবৎসলা বিধৱা মইনামতীয়ে সংসাৰ-বিৰাগী পুতেকক সন্তোষ লগাবলৈ গোপীচন্দ্ৰক এশ-জনী দিপ্‌লিপ্‌ কন্যা বিয়া কৰাই দিয়ে। তথাপি সন্ন্যাসধৰ্ম্ম গ্ৰহণ কৰাৰ পৰা মাকে গোপীচন্দ্ৰক বিৰত কৰাব নোৱাৰিলে। গোপীচন্দ্ৰৰ সংসাৰ-ত্যাগৰ অভিলাষক কেন্দ্ৰ কৰি মাতৃ মীনাৱতী আৰু ৰাজমহিষী অদুনা আৰু পদুনাৰ বিলাপ লৈ গোপীচন্দ্ৰৰ গীত ৰচিত হৈছে। বঙ্গৰ

এচিয়াটিক চোচাইটি, ঢাকা সাহিত্য পৰিষদ আৰু কলিকতা বিশ্ববিদ্যালয়ৰ পৰা মইনামতীৰ গান বা গোপীচন্দ্ৰৰ গীত প্ৰকাশিত হৈছে।

পূৰ্ব্ববঙ্গত প্ৰচলিত এই গীতৰ লগত আমাৰ অসমীয়া এটা গীতৰ বিশেষ সাদৃশ দেখা পোৱা যায়। আজি কিছুদিনৰ পূৰ্ব্বে কটন কলেজৰ ছাত্ৰ শ্ৰীমান্ ৰূপেশ্বৰ দত্তই "জনা গাভৰুৰ গীত" নামে এটি প্ৰাচীন গীত প্ৰকাশ কৰিছিল। সেই গীতৰ নায়ক গোপীচন কোঁৱৰ বা গোপীচন্দ্ৰ। গোপীচনৰ পিতৃদেৱ কোঁৱৰৰ সৰুকালতে ঢুকায়। মাকে বহুত যত্নেৰে গোপীচনক তুলি-তালি ডাঙৰ-দীঘল কৰে, আৰু এশ ভাৰ্য্যা বিবাহ কৰাই দিয়ে। সেই সময়ত জনা নামে এগৰাকী ৰাজকুমাৰীয়ে তেওঁৰ পাণিপ্ৰাৰ্থী সহস্ৰ কোঁৱৰক বন্দী কৰি থৈছিল। গোপীচন্দ্ৰৰ সখীয়েক কলিধনো সেই জনা গাভৰুৰ হাতত অপমানিত হৈ উভতি আহিছিল। গাভৰুৰ বুদ্ধি আৰু বল পৰীক্ষা কৰিবলৈ গোপীচন কোঁৱৰো যাবলৈ ওলাল। তেওঁৰ এই উদ্দেশ্যৰ কথা শুনি মাক আৰু কুঁৱৰীসকলে বিলাপ কৰিবলৈ ধৰিলে,—

"মাতকে মাতি গ'ল বুকুৰ বাৰী মাকে
কোঁৱৰৰ মুখলৈ চাই,
কেঁচুৱা কালতে বাপেৰো মৰি গ'ল
সহায়-সাৰথি নাই।

এপতীয়াৰ পৰা দুপতীয়া কৰিলোঁ
সহায় কোন আছিলে তোৰ ?
বুকুত বান্ধি বোপাই, ডাঙৰ কৰিলোঁ
আজি হাক দিয়া সুগুন মোৰ।
বাপেৰে আনিছিল ছ-পোণ লিগিৰী,
ন-পোণ আনি দিলোঁ মই,
ন-পোণ লিগিৰীয়ে গা জুৰ নকৰে
আৰু ছ-পোণ আনি দিওঁ মই।
মাতক মাতি গ'ল বুকুৰ কুঁৱৰীয়ে
কোঁৱৰৰ চিৰি-মুখ চাই,
অতি হেপাহেৰে আয়ে বিয়া দিলে,
পুৰুষত বিশ্বাস নাই।
অচিনা কাঠৰে থোৰাকো নলবাঁ,
আৰু নেবানিবাঁ ধান,
নেজানি-সুশুনি আমাক বিয়া দিলে,
কোঁৱৰে নেৰাখে মান।......
পাটী পাৰি পাৰি নোশোওঁ আজিৰ পৰা
নোশোওঁ পাটী-ঢাৰি পাৰি,
অবুজন কোঁৱৰক বুজাব নোৱাৰি
ফুলতে কৰিলে বাঁৰী।
মাতক মাতি গ'ল গোপীচন কোঁৱৰে
কুঁৱৰীৰ চিৰি-মুখ চাই,

সত্যে-শপতে মিছা নেমাতিবি,
তিৰীৰ আশাত ওলোৱা নাই।”

অৱশ্যে গোপীচন্দ্ৰৰ গীত হিন্দি আদি ভাষাতো পোৱা যায়, কিন্তু অসমীয়া ভাষাত পোৱাটো বিশেষ লক্ষ্য কৰিব লগীয়া। গোপীচন্দ্ৰৰ কাহিনীয়ে উজনি আৰু নামনি অসমত যেনেকৈ মানুহৰ মনত আঘাত কৰিছিল, সেইদৰে ভাটীৰ ৰংপুৰ আদি অঞ্চলৰ মানুহৰ মনতো দকৈ সি শিপাব পাৰিছিল।

কোনো প্ৰত্নতত্ত্বজ্ঞ পুৰুষে ৰংপুৰ, কোচবেহাৰ, জলপাই-গুৰি আৰু মৈমনসিংহৰ ভিতৰ অঞ্চলত পৰিভ্ৰমণ কৰি সেইবোৰ ঠাইত থকা প্ৰাচীন কামৰূপ ৰাজ্যৰ ভগ্নাৱশেষ, স্মৃতিচিহ্ন, পুথি, গীত, কিম্বদন্তী, প্ৰবাদ আদি উদ্ধাৰ কৰিব পাৰিলে দেশৰ বিশেষ মঙ্গল হব ; আৰু তাৰ দ্বাৰা কৰতোয়া-শদিয়া নিবাসী সদৌ কামৰূপীয় জাতিয়ে গৌৰৱ অনুভৱ কৰিব, আৰু তেওঁলোক যে একালত একে ৰাজ্যশাসন আৰু কৃষ্টি-সভ্যতাৰ অন্তৰ্গত আছিল এই কথাষাৰৰ উপলব্ধিয়ে তেওঁ-লোকৰ অন্তৰত একতা আৰু মিত্ৰতাৰ সুবৰ্ণ মন্দিৰ প্ৰতিষ্ঠা কৰিব পাৰিব।*

অক্টোবৰ ১৯২৬ চন।

* ১৯২৬ চনৰ ২০ অক্টোবৰ তাৰিখে, ধুবুৰীত বহা অসম সাহিত্য সভাৰ নৱম অধিৱেশনৰ বিভাগৰ বুৰঞ্জী সভাপতিৰূপে দিয়া অভিভাষণৰ মূল কথাখিনি।

# অসম-জীয়ৰী অমৃতপ্ৰভা

ভাৰতৰ দুই সীমান্তত দুখন ৰাজ্য,—কাশ্মীৰ আৰু কামৰূপ। যি কালত কামৰূপৰ ভাগ্য-বিধাতা প্ৰসন্ন আছিল, যি কালত ভাৰতৰ নানা ঠাইৰ ৰাজপুৰুষসকলে ভগদত্তবংশীয় কোনো কন্যাৰ পাণিগ্ৰহণ কৰিব পাৰিলে নিজকে গৌৰৱান্বিত বুলি ভাবিছিল, সেই কালত কামৰূপেশ্বৰৰ দুহিতা অমৃতপ্ৰভাই কাশ্মীৰৰ ৰাজ-প্ৰাসাদৰ শোভা বৰ্দ্ধন কৰিছিল। অমৃত-প্ৰভা বুৰঞ্জীৰ উপেক্ষিতা। কিন্তু কাশ্মীৰৰ বুৰঞ্জীত আৰু ভাৰতত বৌদ্ধধৰ্ম্মৰ অভ্যুদয়ৰ কাহিনীত অমৃতপ্ৰভাই খিলঞ্জীয়া খ্যাতি লাভ কৰি আহিছে।

কহ্লান বিৰচিত কাশ্মীৰৰ বুৰঞ্জী "ৰাজতৰঙ্গিণীত" অমৃত-প্ৰভাৰ নাম পোৱা যায়, তাৰ উপৰিও, চীন-পৰ্য্যটক ঔ-কং ৰচিত কাশ্মীৰৰ বিৱৰণতো তেওঁৰ উল্লেখ আছে। কিন্তু এনে এগৰাকী বুৰঞ্জী-প্ৰসিদ্ধ অসম-জীয়ৰীৰ বিষয়ে তেওঁৰ বৰ্ত্তমান যুগৰ বাই-ভনী আৰু ভাই-ককাইসকলে একোকে নাজানে। নাজানিবৰ কথাই।

খৃষ্টীয় প্ৰথম শতিকাত কাশ্মীৰত মেঘবাহন নামে এজন পৰাক্ৰমী ৰজাই ৰাজত্ব কৰে। অমৃতপ্ৰভা এই মেঘবাহন ৰজাৰ পটেশ্বৰী আৰু প্ৰধানা ৰাজমহিষী আছিল। তেওঁৰ পিতাক আছিল কামৰূপৰ অধিপতি, কিন্তু এইজনা কামৰূপেশ্বৰৰ নাম জানিব পৰা নগল। তেওঁ ভগদত্তবংশীয়

আছিল বুলি নিশ্চয়কৈ ধৰিব পাৰি। কাশ্মীৰ ৰজাৰ ৰৰকুঁৱৰী হৈ অমৃতপ্ৰভাই বৌদ্ধ ভিক্ষুসকল থাকিবৰ কাৰণে এটি বিহাৰ স্থাপন কৰে, তাৰ ভগ্নাৱশেষ বৰ্ত্তমান কাশ্মীৰৰ ৰাজধানী শ্ৰীনগৰৰ পৰা তিনি মাইলমান দূৰৈত এতিয়াও দেখিবলৈ পোৱা যায়। এই বিহাৰৰ নাম "অমৃতভৱন," আৰু কাশ্মীৰৰ মানুহৰ মুখত পৰি পাচলৈ ইয়াৰ নাম "অন্তভৱনত" পৰিণত হয়। বহুকাললৈকে বৌদ্ধভিক্ষু আৰু পৰিব্ৰাজকসকলে এই বিহাৰত আশ্ৰয় লাভ কৰিছিল। অসম-মাতৃৰ বুকুৰ পৰা গৈ অমৃতপ্ৰভাই দূৰদূৰণিৰ বিদেশী ৰাজ্যত প্ৰতিষ্ঠা লাভ কৰি চিৰস্মৰণীয় হৈ ৰৈছে, দুখুনী অসম-আইৰ সন্তানসকলৰ কাৰণে ইয়াতকৈ আৰু কি গৌৰৱৰ কথা হব পাৰে?

মেঘবাহনৰ আগৰজনা কাশ্মীৰ অধিপতিৰ নাম আছিল সন্ধিসৎ বা আৰ্য্যৰাজ। তেওঁ ধৰ্ম্ম-চৰ্চ্চাত কাল কটোৱাত গুৰু ৰাজ্যভাৰ বহন কৰা তেওঁৰ পক্ষে অসম্ভৱ হৈ উঠিল। এইদৰে দুকুৰি সাতবছৰ গল। প্ৰজাসকল অসন্তুষ্ট হৈ সামৰ্থ্যবান ৰজাক কাশ্মীৰৰ ৰাজপাটত অধিষ্ঠিত কৰিবলৈ উপযুক্ত ৰাজকোঁৱৰ বিচাৰিব ধৰিলে। বিশেষকৈ ভয় আছিল কাশ্মীৰৰ সমীপবৰ্ত্তী গান্ধাৰৰ ৰজাৰ পৰা। মন্ত্ৰীসকলে ভাবিলে,—"অসমৰ্থ ৰজাই ৰাজ্য ৰক্ষা কৰিব কেনেকৈ?"

যুধিষ্ঠিৰৰ পৰিনাতি গোপাদিত্য কোঁৱৰক গান্ধাৰৰ ৰজাই কাশ্মীৰ আক্ৰমণ কৰিবলৈ সুবিধা হব বুলি পোহপাল দি

জগতে ৰাখিছিল। গান্ধাৰত শৰণাগতভাৱে থাকোঁতে গোপাদিত্যৰ এটি কোঁৱৰৰ জন্ম হয়; তেওঁৰ নাম মেঘবাহন। কালক্ৰমে কোঁৱৰৰ বিবাহযোগ্য বয়স হল। এনে সময়ত প্ৰাগ্‌জ্যোতিষ ৰাজ্যৰ বিষ্ণুবংশীয় নৃপতিৰ কন্যা অমৃতপ্ৰভাৰ স্বয়ম্বৰ সভাৰ আয়োজন চলিল। ভাৰতৰ প্ৰাচীন ৰীতি অনুসৰি সেই স্বয়ম্বৰলৈ দেশ-বিদেশৰ ৰজা আৰু ৰাজপুত্ৰক নিমন্ত্ৰণ কৰা হল। গোপাদিত্যই ভাবিলে, তেওঁৰ বিপন্ন অৱস্থাত পুতেক কামৰূপৰ ৰাজকন্যাৰ নিৰ্ব্বাচিত স্বামী হব পাৰিলে বিক্ৰম যশস্যা আৰু ঐশ্বৰ্য্য সকলো বিষয়তে তেওঁৰ প্ৰতিপত্তি বাঢ়িব। সেইদেখি গোপাদিত্যই কৈ-মেলি পুতেক মেঘবাহন কোঁৱৰক গান্ধাৰৰ পৰা প্ৰাগ্‌জ্যোতিষপুৰলৈ অমৃত-প্ৰভাৰ স্বয়ম্বৰলৈ পঠিয়ালে।

ভগদত্তবংশীয় ৰাজপৰিয়ালৰ এটি অলৌকিক সম্পত্তি আছিল,—অতি পূৰ্ব্বকালত নৰকাসুৰ ৰজাই বৰুণ দেৱতাৰ পৰা কাঢ়ি অনা ছত্ৰ। ৰাজলক্ষণসম্পন্ন কোনো পুৰুষৰ মূৰৰ ওপৰত এই ছত্ৰ মেলি ধৰিলেই শীতল ছঁয়া নিক্ষেপ কৰে, অন্যৰ ওপৰত মেলিলে ইয়াৰ এই অলৌকিক প্ৰভাৱ দেখা নগৈছিল। অমৃতপ্ৰভাৰ স্বয়ম্বৰত এই ছত্ৰ ব্যৱহাৰ কৰা হৈছিল। বোধ কৰোঁ, ৰাজকন্যাই স্বয়ম্বৰ-মালা হাতত লৈ সখী-সহচৰী সমন্বিতে নৃপতি আৰু ৰাজপুত্ৰসকলৰ কাষ চাপোঁতে ছত্ৰধাৰী পৰিচাৰকে এজনৰ পাচত এজনকৈ প্ৰত্যেক পুৰুষৰ ওপৰত এই ছত্ৰ মেলি ধৰিছিল। ৰাজপুত্ৰ মেঘবাহনৰ

ৰূপৰত মেলি ধৰোঁতে ছত্ৰৰ পৰা নিৰ্গত শীতল ছঁয়াই কোঁৱৰক আবৰি ধৰিলে। ৰাজকন্যাই ইয়াকে দেখি বুজিব পাৰিলে যে মেঘবাহন একালত ৰাজাধিৰাজ-চক্ৰবৰ্ত্তী ৰজা হব। সেইমতে অমৃতপ্ৰভাই মেঘবাহনৰ কণ্ঠত বৰমাল্য অৰ্পণ কৰিলে। তাৰ পাচত দুয়োৰে বিবাহ-উৎসৱ সম্পাদন হল।

স্বয়ম্বৃতা অসম-জীয়ৰী অমৃতপ্ৰভা আৰু অজস্ৰ যৌতুক-সম্পত্তি লগত লৈ মেঘবাহন যুবৰাজ গান্ধাৰত থকা পিতৃদেৱ গোপাদিত্যৰ ওচৰ পালেগৈ। মানুহে কয় "তিৰুতাৰ কপালে ধন, পুৰুষৰ কপালে জন।" লক্ষ্মী-স্বৰূপিণী অসম-জীয়ৰী অমৃতপ্ৰভাক বিয়া কৰোৱাৰ পাচত পলৰীয়া ৰাজপুত্ৰ গোপাদিত্যৰ পুতেক মেঘবাহনৰ ভাগ্য-আকাশত সৌভাগ্য সূৰুযে দেখা দিলে। কাশ্মীৰৰ প্ৰজাবৃন্দই পাত্ৰ-মন্ত্ৰী সহিতে গান্ধাৰলৈ গৈ মেঘবাহনক কাশ্মীৰৰ ৰাজসিংহাসন যাচিলে। ইতিপূৰ্ব্বে মেঘবাহনৰ পূৰ্ব্বপুৰুষসকলে, অৰ্থাৎ গোনন্দীয়-বংশই ১০০২ বছৰ কাশ্মীৰৰ ৰাজপাট খাইছিল। তাৰ পাচত ১৯২ বছৰ ধৰি অন্যবংশৰ ৰজা কাশ্মীৰৰ অধীশ্বৰ হৈছিল, আৰ্য্যৰাজ এই নতুন বংশৰ শেষ ৰজা। এতিয়া পাত্ৰ-মন্ত্ৰীসকলে মেঘবাহনক কলে,—"এই কাশ্মীৰ ৰাজ্য তোমাৰ বংশৰ ৰজাসকলৰহে যোগ্য।"

ধৰ্ম্মপ্ৰাণ আৰ্য্যৰাজ ৰজাই এই কথাৰ সম্ভেদ পাই নিজ ইচ্ছামতে সিংহাসন ত্যাগ কৰি ভিক্ষুকৰ বেশ পিন্ধি হাতত

কমণ্ডলু লৈ উত্তৰাভিমুখে গৈ অৰণ্যত সোমাল। তাৰ দিনচেৰেকৰ পাচত নন্দীক্ষেত্ৰত তেওঁ ভস্ম-ছাই দেহত সানি ৰুদ্ৰাক্ষৰ মালা লৈ জটা বান্ধি প্ৰকাশ্যে সন্ন্যাসব্ৰত গ্ৰহণ কৰিলে। তেওঁ ইমান নিয়মীয়াকৈ সন্ন্যাসব্ৰত মানি চলিছিল যে আশ্ৰমবাসী ঋষি-পত্নীসকল তেওঁক ভিক্ষা-মুঠি দিবলৈ ব্যগ্ৰ হৈছিল, কিন্তু কহলানে কয় যে গছৰ ফল আৰু কুসুমমঞ্জৰীয়ে ৰাজৰ্ষিৰ কমণ্ডলু পূৰ্ণ কৰাত ভিক্ষুকৰ অৱস্থাতো তেওঁ পৰমুখাপেক্ষী প্ৰাৰ্থী হব লগাত নপৰিছিল।

যুৱৰাজ মেঘবাহনে পাত্ৰ-মন্ত্ৰীৰ অনুৰোধ ৰক্ষা কৰি গান্ধাৰৰ পৰা আহি কাশ্মীৰৰ ৰাজসিংহাসনত বহিল। ৰাজ-দণ্ড হাতত লৈয়ো নানান ধৰ্ম্মকাৰ্য্যত লিপ্ত থকাত এওঁ পূৰ্ব্ববৰ্ত্তী বোধিসত্বসকলৰ গুণ-গৰিমাক চেৰ পেলাইছিল। সিংহাসনত উঠা উৎসৱত তেওঁ বিষয়াৰ হতুৱাই জীৱহত্যা নিষেধ কৰি আজ্ঞা প্ৰচাৰ কৰিলে, আৰু যিবোৰ মানুহে মঙহ বেচি জীৱিকা উলিয়াইছিল তেওঁলোকৰ পোহপালৰ নিমিত্তে ৰজাঘৰৰ পৰা ধন দিয়াৰ ব্যৱস্থা কৰিলে। তাৰ পাচত মেঘবাহন ৰজাই 'মেঘবন' আৰু 'মেঘমঠ' নামে অগ্ৰহাৰ নিৰ্ম্মাণ কৰি বৌদ্ধধৰ্ম্মৰ পৃষ্ঠপোষক বুলি প্ৰসিদ্ধি লাভ কৰে।

স্বামীৰ ধৰ্ম্ম অনুসৰণ কৰি আৰু অগ্ৰোপাসিকা মিগাৰ মাতা বিশাখাৰ আদৰ্শ লৈ ৰাজমহিষী অমৃতপ্ৰভাই বিদেশী ভিক্ষুসকলৰ ব্যৱহাৰৰ অৰ্থে অমৃতভৱন নামে বিহাৰ নিৰ্ম্মাণ কৰিলে।

পাচলৈ এই বিহাৰ প্ৰাকৃত মতে 'অম্বিতভবন', আৰু কাশ্মীৰৰ মানুহৰ মুখত পৰি 'অন্তভবন' বুলি জনাজাত হল। কামৰূপৰ ৰাজচ'ৰাত স্তৌন্‌পা নামে লোহ বা তিব্বতদেশীয় এজন পণ্ডিত আছিল, তেওঁ কামৰূপেশ্বৰৰ গুৰু আছিল। অমৃতপ্ৰভাই পিতৃৰাজ্যৰ পৰা স্তৌন্‌পাক কাশ্মীৰলৈ লৈ যায়। এই স্তৌন্‌পাই এটি বৌদ্ধস্তূপ নিৰ্ম্মাণ কৰে, তাৰ নাম হল "লো-স্তৌন্‌পা"। অমৃতপ্ৰভাৰ উদাহৰণ লৈ সতিনীয়েকৰ কীৰ্ত্তি নিষ্প্ৰভ কৰিবৰ মনেৰে মেঘবাহনৰ আৰু এগৰাকী কুঁৱৰী যুকদেবীয়ে "নড়বন" নামে বিহাৰ নিৰ্ম্মাণ কৰে; আৰু এগৰাকী সতিনীয়েক ইন্দ্ৰদেবীয়ে "ইন্দ্ৰদেবীভবন" নামে বিহাৰ নিৰ্ম্মাণ কৰে। মেঘবাহনৰ আন-আন কুঁৱৰীয়েও তেওঁলোকৰ নিজ-নিজ নামে বিহাৰ নিৰ্ম্মাণ কৰে।

তাৰ পাচত মেঘবাহন ৰজাই অহিংসাধৰ্ম্মৰ বিস্তাৰৰ কাৰণে কামৰূপৰ পৰা অনা বৰুণ-ছত্ৰ লগত লৈ দিগ্বিজয় যাত্ৰা কৰিলে, যাতে আন-আন ৰজায়ো জীৱহত্যা-নিষেধ আজ্ঞা মানি চলে। সৈন্যসামন্ত সহিতে যাত্ৰা কৰি মেঘবাহনে লঙ্কাদ্বীপ অধিকাৰ কৰিলেগৈ। লঙ্কাপুৰীত অহিংসাধৰ্ম্ম প্ৰৱৰ্ত্তন কৰি মেঘবাহন ৰজা কাশ্মীৰলৈ উভতি আহিল।

একুৰি-চৈধ্য বছৰ ৰাজত্ব কৰাৰ পাচত মেঘবাহন ৰজাৰ মৃত্যু হয়। অমৃতপ্ৰভাৰ পাচছোৱা কাহিনীৰ বিষয়ে একো জনা নাযায়। মেঘবাহনৰ পাচত শ্ৰেষ্ঠসেন ৰজা হয়, এওঁৰ আন নাম প্ৰবৰসেন আৰু তুঞ্জীন। এওঁ অমৃতপ্ৰভাৰ পুত্ৰনে

আন মহিষীৰ পুত্ৰ সেই বিষয়ে 'ৰাজতৰঙ্গিণী' নিমাত। কিন্তু বহুদিনলৈকে 'অমৃতপ্ৰভা' এই নামটো কাশ্মীৰৰ ৰাজমহিষী-সকলৰ আখ্যা স্বৰূপে পোৱা যায়। মেঘবাহনৰ ১৭৭ বছৰ পাচত ৰণাদিত্য ৰজা হয়, তেওঁৰ এগৰাকী মহিষীৰ নাম অমৃতপ্ৰভা। ৰণাদিত্যৰ ৫২৮ বছৰৰ পাচত জয়পীড় বিনয়াদিত্য ৰজা হয়, তেওঁৰ মাকৰো নাম আছিল অমৃতপ্ৰভা। পুত্ৰেক জয়পীড়ৰ টান নৰিয়া হোৱাত এই গৰাকী অমৃতপ্ৰভাই 'অম্ৰটকেশ্বৰ' নামে মন্দিৰ নিৰ্ম্মাণ কৰে। এই "অমৃতপ্ৰভা" নামৰ প্ৰচলনৰ পৰা প্ৰথম গৰাকী অমৃতপ্ৰভা অসম-জীয়ৰীৰ প্ৰসিদ্ধিৰ কথা অনুমান কৰিব পাৰি।

অসম-জীয়ৰী অমৃতপ্ৰভাৰ পাচত কামৰূপৰে সৈতে কাশ্মীৰৰ আৰু এবাৰ সংস্পৰ্শ হয়। খৃষ্টীয় অষ্টম শতিকাত মুক্তাপীড়-ললিতাদিত্য নামে এজন দিগ্বিজয়ী ৰজা কাশ্মীৰৰ সিংহাসনত বহে। তেওঁ কনৌজৰ ৰজা যশোবৰ্ম্মন আৰু তুৰস্কবোৰক পৰাজয় কৰি উত্তৰ-ভাৰতৰ মাজেদি চোঁচা মাৰি ভুটান আৰু তিব্বত অধিকাৰ কৰে। তাৰ পাচত প্ৰাগ্-জ্যোতিষ অধিকাৰ কৰি স্ত্ৰীৰাজ্য আক্ৰমণ কৰে। ৰাজতৰঙ্গিণীৰ মতে, "ললিতাদিত্যই লোকশূন্য প্ৰাগ্জ্যোতিষপুৰলৈ গৈ তেওঁৰ সৈন্যসকলে দগ্ধ কৰা কৃষ্ণ-অগৰু বনৰ পৰা ওলোৱা ধূপৰ ধোঁৱা দেখা পাইছিল। সমুদ্ৰৰ সদৃশ মৰুভূমিত জলপ্ৰবাহৰ দৰে মৰীচিকা দেখা গৈছিল, আৰু তেওঁৰ হাতীবোৰক ঘৰিয়াল বুলি ভ্ৰম হৈছিল। স্ত্ৰীৰাজ্যৰ তিৰোতা-

সকলে গজবাজিৰ কুম নেদেখুৱাইছিল সঁচা, কিন্তু তেওঁলোকৰ যৌবনৰ পয়োভৰেৰে কাশ্মীৰ-সৈন্যৰ চিত্ত চঞ্চল কৰিছিল। স্ত্রীৰাজ্যৰ অধীশ্বৰীয়ে ললিতাদিত্যৰ ওচৰলৈ যাওঁতে তেওঁৰ অঙ্গৰ কম্পন আদি বিকাৰ দেখি কোনেও স্থিৰ কৰিব নোৱাৰিছিল যে এই বিকাৰ অনুৰাগ নে ভয়ৰপৰা প্রসূত।” কিছুমান বুৰঞ্জী-লিখকে স্ত্রী-প্রাধান্য বা মেটীয়াৰ্কি-প্রথা প্রচলিত জয়ন্তীয়া আৰু খাচিয়া ৰাজ্যকে এই স্ত্রীৰাজ্য বুলি ঠাৱৰ কৰিছে, খেনোৰ মতে এই ৰাজ্যক প্রমীলাৰ দেশো বোলা হয়।

ৰাজতৰঙ্গিণীৰ মতে মেঘবাহনে কামৰূপৰ বৰুণ-ছত্র কাশ্মীৰলৈ লৈ যায়, আৰু তেওঁ দিগ্বিজয়-যাত্রাত এই ছত্র ব্যৱহাৰ কৰাৰ কথাও উল্লেখ আছে। কিন্তু বাণ-বিৰচিত হৰ্ষ-চৰিতৰ মতে খৃষ্টীয় সপ্তম শতিকাত এই ছত্র কুমাৰ ভাস্কৰবৰ্ম্মাৰ সম্পত্তি হৈ আছিল। সম্রাট হৰ্ষবৰ্দ্ধনৰ মিত্রতা প্রার্থী ভাস্কৰবৰ্ম্মাৰ দূত হংসবেগে নিয়া উপহাৰৰ ভিতৰত ‘আভোগ’ নামে এই ছত্র সৰ্ব্বপ্রধান সামগ্রী আছিল, আৰু হংসবেগে এই ছত্রৰ অলৌকিক মহিমা বিশেষ উৎসাহেৰে বৰ্ণনা কৰিছিল। এই ছত্রৰ প্রভাবৰ কথা শুনি হৰ্ষবৰ্দ্ধনে কৈছিল,—“এনে এটা অমূল্য উপহাৰৰ প্রতিদান আমৰণ মিত্রভাৰ বাহিৰে আন কি হব পাৰে ?”

ফেব্রুৱাৰী, ১৯৩২ চন।

---

# প্ৰাচীন কামৰূপ-বুৰঞ্জীৰ আভাস

সুবিস্তীৰ্ণ প্ৰাচীন কামৰূপ ৰাজ্যৰ ধাৰাবাহিক বুৰঞ্জী আজিলৈকে সঙ্কলিত হোৱা নাই। ইয়াৰ কাৰণ, তেনে বুৰঞ্জী সঙ্কলনৰ যথেষ্ট সঁজুলি পোহৰলৈ ওলোৱা নাই। প্ৰাচীন কামৰূপৰ নৃপতিসকলৰ ভিতৰত আমি আজিলৈকে বলবৰ্ম্ম-দেৱ, ভাস্কৰবৰ্ম্মা, হৰ্জৰবৰ্ম্মা, বনমালদেৱ, ধৰ্ম্মপাল, ইন্দ্ৰপাল আৰু বৈদ্যদেৱ আদিৰ মাথোন ফলি পাইছোঁ। সেইবোৰত প্ৰাচীন কামৰূপ-বুৰঞ্জীৰ বিষয়ে বিক্ষিপ্তভাবে আভাস পোৱা যায়। ইয়াৰ বাহিৰে প্ৰাচীন গ্ৰন্থাৱলীত কামৰূপ বা প্ৰাগ্‌জ্যোতিষৰ বিষয়ে অলপ-অচৰপ বিৱৰণ চকুত পৰে। সম্প্ৰতিকলৈ এই দুইশ্ৰেণীৰ সঁজুলিকে প্ৰাচীন কামৰূপ-বুৰঞ্জী সঙ্কলনৰ সম্বল বুলি ধৰা হৈছে।

যথাযথ আহিলাৰ কাৰণে বুৰঞ্জী-লিখক অসমৰ সীমা পাৰ হৈ আৰু এবিধ উপাদান অনুসন্ধান কৰিবলৈ বাধ্য হৈছে। সেয়ে হৈছে, উত্তৰ-ভাৰতৰ প্ৰাচীন অনুশাসনবোৰত কামৰূপৰ উল্লেখ। এই তৃতীয় বিধ সঁজুলিৰ পৰিমাণ তাকৰ হলেও ইয়াৰ মূল্য অতি বেচি।

আগৰ দিনত উত্তৰ-ভাৰতৰ ৰজাসকলৰে সৈতে কামৰূপৰ বৰ ঘনিষ্ঠ সম্বন্ধ আছিল। আৰ্য্যাবৰ্ত্তৰ নৃপতিবৃন্দাই কামৰূপক আওঁহতীয়া বুলি কোনো বিৰাট অনুষ্ঠান বা আন্দোলনৰ পৰা বাদ নিদিছিল, আৰু কামৰূপেও উত্তৰ-

ভাৰতৰ কোনো সাৰ্ব্বজনীন কাৰ্য্যকলাপৰ পৰা আঁতৰ হৈ থাকিবলৈ ভাল নাপাইছিল। ৰাজনৈতিক বা বৈবাহিক সূত্ৰে ভগদত্ত-স্মৃতি-জড়িত কামৰূপৰ সৈতে আৰ্য্যাবৰ্ত্তৰ নৃপতিসকল আবদ্ধ হৈ গৌৰৱ অনুভৱ কৰিছিল। এনে বিৰাট সুদীৰ্ঘ আদান-প্ৰদানৰ ফলস্বৰূপে, উত্তৰ-ভাৰতৰ ৰজা-সকলৰ লিপিবদ্ধ কাহিনীত, যাইকৈ অনুশাসনবোৰত, কাম-ৰূপৰ নাম অঙ্কিত হৈছে।

ভাৰতৰ মহাসমৰ কুৰুক্ষেত্ৰত ভগদত্তৰ বীৰত্বব্যঞ্জক মূৰ্ত্তি আৰু তেওঁৰ সেনাবাহিনীৰ সাজপাৰে যুঁজাৰুসকলৰ প্ৰাণত ভয় আৰু বিস্ময় সঞ্চাৰ কৰিছিল। ইন্দুমতীৰ বিবাহ-মঞ্চত নিৰ্ব্বাচিত দৰা অজই হস্তিচালনাত সুনিপুণ কামৰূপেশ্বৰৰ হাতত হাত থৈ হাতীৰ পৰা অৱতৰণ কৰিছিল।—ৰঘুবংশ, ৭ম সৰ্গ, ১৭-শ শ্লোক।

কাশ্মীৰ-নৃপতি মেঘবাহনে যুৱৰাজ কালত পিতৃ গোপা-দিত্যৰ আদেশমতে কামৰূপ-ৰাজনন্দিনী অমৃতপ্ৰভাৰ স্বয়ম্বৰত উপস্থিত হৈছিল। যুৱৰাজ মেঘবাহনৰ গাত, তাহানি নৰকাসুৰে বৰুণৰ পৰা কাঢ়ি অনা ছত্ৰৰ ৰাজলক্ষণসূচক ছঁয়া পৰিবলৈ ধৰিলে। অমৃতপ্ৰভাৰ বৰমাল্য মেঘবাহনৰ কণ্ঠত অৰ্পিত হল। কামৰূপ-কন্যা কাশ্মীৰ-ৰাজমহিষী অমৃতপ্ৰভা পাচলৈ বৌদ্ধ ভিক্ষুসকলৰ পৃষ্ঠপোষিকা হৈছিলগৈ।—ষ্টেইনৰ অনূদিত ৰাজতৰঙ্গিণী, ২য় আৰু ৩য় খণ্ড।

কামৰূপেশ্বৰ ভাস্কৰবৰ্ম্মাই স্থানেশ্বৰৰ সম্ৰাট হৰ্ষবৰ্দ্ধন

শিলাদিত্যৰ সৈতে মিত্ৰতা স্থাপন কৰিবৰ নিমিত্তে হংসবেগ কটকীৰ জৰীয়তে যিবোৰ উপঢৌকন পঠিয়াইছিল, তাৰ ভিতৰত এই অলৌকিক শক্তিসম্পন্ন আভোগ ছত্ৰ সৰ্ব্ব-প্ৰধান আছিল।—বাণৰ হৰ্ষচৰিত, কাৱেল আৰু টমাছৰ ভাঙনি।

কামৰূপেশ্বৰৰ নিচিনা পৰাক্ৰমী প্ৰত্যন্ত-নৃপতিসকলৰ দ্বাৰা নিজৰ আজ্ঞা পালন হোৱাৰ কাৰণে গুপ্ত-সম্ৰাট সমুদ্ৰগুপ্ত গৌৰবান্বিত হৈছিল। —ফ্লীটৰ গুপ্ত-অনুশাসনমালা, ১নং।

হুনৰাজ মিহিৰগুলৰ দৰ্পচূৰ্ণকাৰী যশোধৰ্ম্মনৰ সাম্ৰাজ্য পশ্চিম-সাগৰৰ পৰা লৌহিত্যৰ তীৰলৈকে গোটেই উত্তৰ-ভাৰতত বিস্তৃত আছিল।—ফ্লীট, ৩৩নং অনুশাসন।

মগধৰাজ মহাসেনগুপ্তই নিজৰ দিগ্বিজয়-যাত্ৰাত কামৰূপ নৃপতি সুস্থিতবৰ্ম্মাৰ পৰা বীৰোচিত প্ৰতিবন্ধক পাইছিল। হৰ্ষচৰিতৰ গ্ৰন্থকাৰ বাণভট্টৰ মতে এই সুস্থিতবৰ্ম্মা বা মৃগাঙ্ক দিগ্বিজয়ী বীৰ বুলি ভাৰতত সুবিখ্যাত আছিল। কিন্তু দৈব-দুৰ্ব্বিপাকত মহাসেনগুপ্তৰ হাতত সুস্থিতবৰ্ম্মাৰ পৰাজয় ঘটে। মহাসেনগুপ্তৰ বিজয়গীতি তেওঁৰ নাতিয়েক আদিত্য-সেনৰ দিনলৈকে লোহিত্যতীৰত তামোল গছৰ তলে-তলে গোৱা শুনা গৈছিল।—ফ্লীট, ৩২নং অনুশাসন।

উত্তৰ-ভাৰতৰ একছত্ৰ সম্ৰাট হৰ্ষবৰ্দ্ধনৰ সৈতে ভাস্কৰবৰ্ম্মাৰ মিত্ৰতা, জ্ঞানপিপাসু ভাস্কৰবৰ্ম্মাৰ ৰাজচ'ৰাত পৰিব্ৰাজক-শিৰোমণি হিয়েনচাঙৰ অৱস্থিতি; হিন্দুমতৰ সন্নিকটবৰ্ত্তী

মহাযান বৌদ্ধপন্থাৰ আলোচনাৰ কাৰণে হৰ্ষবৰ্দ্ধনৰ দ্বাৰা অনুষ্ঠিত পণ্ডিতসভালৈ ভাস্কৰবৰ্ম্মাৰ নিমন্ত্ৰণ; শোভাযাত্ৰাত ব্ৰহ্মাস্বৰূপে কুমাৰ-ৰজাৰ যোগদান; হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পাচত তেওঁৰ সাম্ৰাজ্য অৰ্জ্জুন নামে ৰাজ্যলোলুপ মন্ত্ৰীৰ হাতত পৰাত আৰু চীন ৰাষ্ট্ৰদূত ওৱাংহিয়েনচিয়ে মগধ আক্ৰমণ কৰাত চীন সেনাক ভাস্কৰবৰ্ম্মাৰ সহায়দান,—এইবোৰ কাহিনী ভাৰতীয় অনুসন্ধিৎসুবৃন্দৰ মাজত আজি সম্যক জনাজাত হৈছে।

ভাস্কৰবৰ্ম্মাৰ প্ৰায় এশ বছৰৰ পাচত নেপালৰ লিচ্ছৱী-বংশীয় নৃপতি জয়দেব পৰাচক্ৰকামই গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি হৰ্ষদেৱৰ কন্যা ভগদত্ত-ৰাজ-কুলত জন্ম হোৱা ৰাজ্যমতীৰ পাণিগ্ৰহণ কৰে।—ইণ্ডিয়ান এণ্টিকোয়েৰী, ৯ম খণ্ড।

উত্তৰ-ভাৰতৰ প্ৰাচীন অনুশাসনবিলাকৰ ভিতৰত যিবোৰত কামৰূপৰ উল্লেখ পোৱা যায়, তাৰ সংক্ষিপ্ত বিবৰণ তলত দিয়া হল। এইটো লক্ষ্য কৰিব লগা কথা যে বৌদ্ধ-সম্ৰাট্ "দেবানাম-পিয়-পিয়দশী" অশোকৰ আবিষ্কৃত অনুশাসনবোৰত ক'তো কামৰূপৰ উল্লেখ পোৱা নাযায়।

এলাহাবাদত পোৱা গুপ্তসম্ৰাট্ সমুদ্ৰগুপ্তৰ অনুশাসন।—বৰ্ত্তমান এলাহাবাদ দুৰ্গৰ ভিতৰত থকা অশোকৰ স্তম্ভ এটাৰ তলৰ থাপত গুপ্তসম্ৰাট 'ভাৰতৰ নেপোলিয়ন' সমুদ্ৰ-গুপ্তৰ এখন অনুশাসন পোৱা গৈছে। ইয়াত কোনো তাৰিখৰ

উল্লেখ নাই, কিন্তু পণ্ডিতসকলে অন্যান্য প্ৰমাণৰ পৰা সমুদ্ৰগুপ্তৰ ৰাজত্বকাল খৃঃ ৩১০-৩৪০ বুলি ঠাৱৰ কৰিছে। যিবোৰ নৃপতি আৰু ৰাজ্য সম্ৰাট সমুদ্ৰগুপ্তই পৰাভৱ কৰিছিল, সেই সকলোবোৰৰে নাম এই অনুশাসনত লিপিবদ্ধ কৰা হৈছে। গতিকে প্ৰাচীন ভাৰতৰ বুৰঞ্জীৰ সঁজুলি-স্বৰূপে এই ফলিৰ মূল্য অতি বেচি। অনুশাসনৰ প্ৰশস্তি মহাদণ্ডনায়ক হৰিসেনে ৰচনা কৰিছিল। নৰ্ম্মদা আৰু মাহিষ্মতীৰ দক্ষিণত থকা বাৰজন ৰজাৰ নামৰ পাচত আৰ্য্যাবৰ্ত্তৰ ন-জন ৰজাৰ নাম পোৱা যায়। এই ন-জন ৰজাক সমুদ্ৰগুপ্তই ধ্বংস কৰিছিল, তাৰে ভিতৰত বলবৰ্ম্মা এজন। ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষসকলৰ ভিতৰতো এজন বলবৰ্ম্মাৰ নাম পোৱা যায়। মিঃ কাশীনাথ দীক্ষিত আদি পণ্ডিতে এই কামৰূপ-পতি বলবৰ্ম্মাকে সমুদ্ৰগুপ্তৰ অনুশাসনৰ বলবৰ্ম্মা বুলি ঠাৱৰ কৰিবলৈ বিচাৰে। নিধানপুৰত আবিষ্কৃত ভাস্কৰবৰ্ম্মাৰ তামৰ ফলিৰ পৰা জনা যায় যে উপৰোক্ত কামৰূপেশ্বৰ বলবৰ্ম্মাৰ পিতৃদেৱৰ নাম সমুদ্ৰবৰ্ম্মা আৰু মাতৃৰ নাম দত্তদেৱী। গুপ্তসম্ৰাট সমুদ্ৰগুপ্তৰ মহিষী আৰু চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ মাতৃৰ নামো আছিল দত্তদেৱী। এই নামৰ সাদৃশ্যৰ পৰা কামৰূপ-মগধৰ ঘনিষ্ঠতাৰ কথা অনুমান কৰিব পাৰি।

আৰ্য্যাবৰ্ত্তৰ ৰজাসকলৰ নামৰ পাচত অটবীক ৰাজ্যৰ উল্লেখ আছে। তাৰ পাচত সমতট, দৱাক, কামৰূপ, নেপাল আৰু কৰ্ত্তৃপুৰ, এই পাঁচখন প্ৰত্যন্তৰাজ্যৰ নাম পোৱা যায়।

এই ৰাজ্যসমূহৰ অধিপতি প্ৰত্যন্ত-নৃপতিসকলে গুপ্তসম্ৰাট সমুদ্ৰগুপ্তক কৰ-ভাৰ দিছিল আৰু তেওঁৰ আজ্ঞা পালন কৰিছিল, যদিওবা এইবোৰ ৰাজ্য গুপ্ত-সাম্ৰাজ্যৰ অন্তৰ্গত নাছিল।

ওপৰত উল্লিখিত দবাক ৰাজ্য আজিলৈকে পণ্ডিতসকলে সঠিককৈ চিনাক্ত কৰিব পৰা নাই। ভিনচেণ্ট্ স্মিথে বৰ্ত্তমান বগুৰা, দিনাজপুৰ আৰু ৰাজছাহীকে এই দবাকৰ অন্তৰ্গত বুলি অনুমান কৰিছে। আজিকালিৰ নগাওঁ জিলাৰ অন্তৰ্গত দবকাখণ্ডকে এই প্ৰাচীন 'দবাক" ৰাজ্য বুলি অনুমান কৰিব পৰা যায়। কপিলী উপত্যকাত প্ৰাচীন কালত এটি হিন্দু-সভ্যতাৰ সোঁত বৈছিল। তাত থকা হিন্দু দেৱদেৱীৰ মূৰ্ত্তি আৰু মন্দিৰে তাৰ প্ৰমাণ দিছে। হৰ্জ্জৰবৰ্ম্মাৰ ফলি এখন এই অঞ্চলতে পোৱা গৈছে। কামৰূপ অনুসন্ধান সমিতিৰ মন্দিৰত থকা আৰু দবকা অঞ্চলত পোৱা এখন শিলৰ ফলিৰ পাঠ ভাৰত-গবৰ্ণমেণ্টৰ অনুশাসনবিদ্ পণ্ডিত এজনে আংশিকভাৱে উদ্ধাৰ কৰিছে। এই ফলিত হিন্দু-সভ্যতাৰ প্ৰাদুৰ্ভাবসূচক এইকেইটা শব্দ পোৱা গৈছে,—আৰাম, শাস্ত্ৰ-শাখা, শালা, হেম, মাণিক্য, দেৱব্ৰত।

কামৰূপ আৰু গুপ্ত-সাম্ৰাজ্যৰ মাজত স্থাপিত ৰাজনৈতিক ঘনিষ্ঠতাৰ প্ৰভাৱ দুটা কথাত ফুটি ওলোৱাৰ প্ৰমাণ পোৱা গৈছে।

এইটো জনাজাত কথা যে গুপ্তসম্ৰাটসকলে ব্ৰাহ্মণসকলৰ মতবৰ্দ্ধিত হিন্দুধৰ্ম্মৰ পুনৰ প্ৰতিষ্ঠালাভৰ কাৰণে চেষ্টা কৰিছিল।

তেওঁলোকে প্ৰকাশ্যভাৱে বৌদ্ধধৰ্ম্মৰ সৰ্ব্বনাশক নাছিল যদিও, সেই ধৰ্ম্মৰ উন্নতিৰ কাৰণে তেওঁলোকে কোনো চেষ্টা কৰা নাছিল। সমুদ্ৰগুপ্তই বহুতদিন অপ্ৰচলিত হৈ থকা অশ্বমেধ যজ্ঞৰ পুনৰ অনুষ্ঠান কৰে। হিন্দুধৰ্ম্মৰ পুনৰ প্ৰতি-পত্তিৰ লগে-লগে বৌদ্ধধৰ্ম্মৰ অৱনতি ঘটে। কামৰূপৰ নৃপতিসকলে, সম্ভৱতঃ গুপ্তসম্ৰাটসকলৰ অনুকৰণত, বৌদ্ধ-ধৰ্ম্মক প্ৰশ্ৰয় নিদিছিল। হিৱেনচাঙৰ ভ্ৰমণ-কাহিনীৰ পৰা জানিব পাৰি যে ভাস্কৰবৰ্ম্মাৰ দিনত কামৰূপত বৌদ্ধ-ধৰ্ম্মাৱলম্বীসকলে লুকাই-চুৰকৈ নিজৰ মত পোষণ কৰিছিল। ভাস্কৰবৰ্ম্মাই নিজ ৰাজ্যলৈ হিৱেনচাঙক নিমন্ত্ৰণ কৰা চিঠি পাই নলন্দ বিহাৰৰ অধ্যক্ষ শীলভদ্ৰই কৈছিল,—"ভাস্কৰ-বৰ্ম্মাৰ ৰাজ্যত বুদ্ধৰ মত ইমান বিস্তৃতভাৱে প্ৰচাৰিত হোৱা নাই।" ভাস্কৰবৰ্ম্মাই নিজে স্বীকাৰ কৰিছিল,—"মই সংসাৰৰ বিষয়-বাসনাত মগ্ন হৈ আছোঁ। বৌদ্ধ-মতৰ দীক্ষাশক্তি মই এতিয়ালৈকে উপলব্ধি কৰিব পৰা নাই।" কিন্তু ভাস্কৰ-বৰ্ম্মাৰ পাঁচ-শ বছৰৰ পূৰ্ব্বে কামৰূপাধিপৰ চ'ৰাত সেইকালৰ প্ৰধান বৌদ্ধ-পণ্ডিত লোহদেশীয় স্তোন্‌পাই বাস কৰিছিল। কাশ্মীৰৰাজ মেঘবাহনে ভাল বৌদ্ধ শ্ৰমণ বিচাৰি নোপোৱাত তেওঁৰ মহিষী অমৃতপ্ৰভাই পিতৃ-ৰাজ্যৰ পৰা স্তোন্‌পাক কাশ্মীৰলৈ লৈ যায়। উত্তৰ ভাৰতত বৌদ্ধ-মতৰ প্ৰতিপত্তিৰ কাল খৃষ্ট-পূৰ্ব্ব দুশ বছৰৰ পৰা খৃষ্টীয় দুশ বছৰ,—এই চাৰি-শ বছৰ বুলি অনুমান কৰা হৈছে। কামৰূপতো বৌদ্ধ

প্ৰাদুৰ্ভাবৰ কাল উপৰোক্ত চাৰি-শ বছৰৰ লগত বৰ্জিতা খায়।

কামৰূপ-গুপ্তৰাজ্যৰ ঘনিষ্ঠতাৰ চিন কামৰূপত বহু কাললৈকে গুপ্তাব্দ প্ৰচলনৰ পৰা পোৱা যায়। খৃষ্টীয় নৱম শতিকাত যে কামৰূপত গুপ্তাব্দ প্ৰচলিত আছিল তাত সন্দেহ নাই। তেজপুৰৰ ভাটিত ব্ৰহ্মপুত্ৰৰ তীৰত এটা শিলত হৰ্জ্জৰবৰ্ম্মাৰ অনুশাসন পোৱা গৈছে; তাত ৫১০ গুপ্তাব্দ খোদিত আছে, খৃষ্টাব্দ মতে ৮২৯-৮৩০।

মহাকবি কালিদাসৰ প্ৰাদুৰ্ভাবৰ কাল সম্বন্ধে নানান তৰ্ক-বিতৰ্ক চলি থাকিলেও কিছুমান পণ্ডিতে এতিয়া ঠাৱৰ কৰিছে যে তেওঁ সমুদ্ৰগুপ্তৰ পুত্ৰ চন্দ্ৰগুপ্ত বিক্ৰমাদিত্যৰ ৰাজ-কবি আছিল। সমুদ্ৰগুপ্তৰ কামৰূপ-বিজয়ৰ বৃত্তান্ত সূক্ষ্মদৰ্শী কবি কালিদাসৰ অগোচৰ নাছিল। ৰঘুবংশৰ চতুৰ্থ সৰ্গত ৰঘুৰ কামৰূপ-দিগ্বিজয়ৰ যি বৰ্ণনা দিয়া হৈছে, সেই বিৱৰণ সমুদ্ৰগুপ্তৰ কামৰূপ-দিগ্বিজয়ৰ কাহিনীৰ ওপৰত গাঁৰিলা লৈ লিখা হৈছিল বুলি সহজে অনুমান কৰিব পাৰি। কালিদাসৰ কবিত্বপূৰ্ণ বিৱৰণৰ আভ্যন্তৰিক সুৰ এলাহাবাদ অনুশাসনৰ বিৱৰণৰ লগত দেখাদেখিকৈ মিলে।

মান্দাছৰত পোৱা যশোধৰ্ম্মনৰ অনুশাসন।—গবৰ্ণমেণ্টৰ কৰদ-মিত্ৰ ছিণ্ডিয়া ৰাজ্যৰ অন্তৰ্গত মান্দাছৰ জিলাৰ সদৰ ঠাইত এই খোদিত স্তম্ভ পোৱা গৈছে। যশোধৰ্ম্মনৰ আৰু দুখন অনুশাসন অন্যান্য ঠাইত আবিষ্কৃত হৈছে। যশোধৰ্ম্মনৰ

বিষয়ে ইয়াৰ বাহিৰে অন্য কোনো ঠাইত আজিলৈকে উল্লেখ পোৱা নাযায়। উপৰোক্ত স্তম্ভমতে যশোধৰ্ম্মনে হূনৰাজ মিহিৰগুলক পৰাজয় কৰে। কিন্তু হিৱেনচাঙৰ মতে হূন-বিজেতাৰ নাম মগধৰাজ বলাদিত্য। এই ফলিত আৰু লিখা আছে যে পৰাক্ৰমী গুপ্তসম্ৰাটসকলে যিবোৰ ৰাজ্য বশ কৰিব পৰা নাছিল, সেইবোৰ দেশ যশোধৰ্ম্মনৰ বশীভূত হৈছিল। তেওঁৰ সাম্ৰাজ্য পশ্চিম-সাগৰৰ পৰা ব্ৰহ্মপুত্ৰলৈকে, আৰু হিমালয়ৰ পৰা মহেন্দ্ৰগিৰিলৈকে গোটেই উত্তৰ-ভাৰতত বিস্তৃত আছিল। এখন ফলিৰ মতে যশোধৰ্ম্মনৰ কাল ৫৩৩ খৃষ্টাব্দ বুলি ধাৰ্য্য কৰিব পাৰি। ভিনচেণ্ট্ স্মিথৰ মতে যশোধৰ্ম্মনৰ অনুশাসনত লিপিবদ্ধ নিজৰ দিগ্বিজয়-ঘোষণাত সত্যতকৈ আত্মশ্লাঘাৰ পৰিমাণ বেচি। তথাপি কেতিয়া, কেনেকৈ আৰু কাৰ দিনত যশোধৰ্ম্মনে লৌহিত্যলৈকে ৰাজ্যবিস্তাৰ কৰিব পাৰিছিল সেইটো অনুসন্ধান কৰিব লগীয়া।

নলন্দ বিহাৰত পোৱা ভাস্কৰবৰ্ম্মাৰ ছাব।—ভাৰতৰ আৰ্কিয়লজিকেল ডিপাৰ্টমেণ্টে প্ৰাচীন নলন্দ বিহাৰৰ ভগ্নাৱশেষ খানোতে কামৰূপ-নৃপতি ভাস্কৰবৰ্ম্মাৰ এটা ছাব বা মোহৰ আবিষ্কাৰ কৰে। এই মোহৰৰ ওচৰতে সম্ৰাট হৰ্ষবৰ্দ্ধনৰ দুটা আধাভগা ছাবো পোৱা গৈছে। এই ধৰণৰ ছাব মাটি পুৰি, ইটাৰ নিচিনা কটকটীয়া টান কৰা হয়। তাতে ৰজাৰ নাম-ধাম, বংশ-উপাধি আদিৰ পৰিচয় দিয়া হয়। এই

ছাব আগৰ দিনত চিঠি-পত্ৰৰ লগত প্ৰমাণ-স্বৰূপে সংযুক্ত কৰি দিয়া হৈছিল।

ভাস্কৰবৰ্ম্মাৰ এই ছাবটোৰ মূল্য বৰ বেচি। নিধানপুৰৰ কলি আৰু হৰ্ষচৰিতত তেওঁৰ যি বংশাৱলী দিয়া হৈছে, তাৰে সৈতে এই ছাবত দিয়া বংশাৱলীৰ প্ৰায় মিল। নয়নদেৱী আৰু শ্যামাদেৱীৰ ঠাইত ছাবত নয়নশোভা আৰু শ্যামালক্ষ্মী বোলা হৈছে। এই সামান্য অমিলৰ কাৰণ সহজে অনুমান কৰিব পাৰি।

হিৱেনচাঙৰ ভ্ৰমণ-কাহিনীৰ পৰা আমি জানিব পাৰোঁ যে ভাস্কৰবৰ্ম্মাই নলন্দ বিহাৰৰ অধ্যক্ষ শীলভদ্ৰলৈ চীন পৰিব্ৰাজকক কামৰূপলৈ নিমন্ত্ৰণ কৰি তিনিখন পত্ৰ দিছিল। কিন্তু চীন পৰিব্ৰাজকে হৰ্ষবৰ্দ্ধনৰ চ'ৰালৈ যাবৰ কাৰণে পূৰ্ব্বৰে পৰা প্ৰতিশ্ৰুতি দিয়াত তেওঁ ভাস্কৰবৰ্ম্মাৰ অনুৰোধ পোন-প্ৰথমে ৰক্ষা কৰিব নোৱাৰিছিল। বৰ টানকৈ চিঠি দিয়াতহে শীলভদ্ৰই হিৱেনচাঙক কামৰূপলৈ পঠিয়াবলৈ বাধ্য হয়। মিঃ কাশীনাথ দীক্ষিত আৰু ডাঃ ৰাধাকুমুদ মুখাৰ্জ্জীয়ে অনুমান কৰে যে ভাস্কৰবৰ্ম্মাই শীলভদ্ৰলৈ দিয়া কোনো এখন চিঠিৰ লগত এই আবিষ্কৃত ছাবটো সংযুক্ত কৰি দিয়া হৈছিল। সেই সময়তে শীলভদ্ৰই সম্ৰাট হৰ্ষবৰ্দ্ধনৰ পৰাও হিৱেনচাঙৰ সম্পৰ্কে চিঠি-পত্ৰ পাইছিল। দুয়োজন নৃপতিৰ ছাব একেঠাইতে পোৱাৰ ইও এক কাৰণ হব পাৰে।

নেপালৰ ৰজা জয়দেৱৰ শিলৰ কলি।—নেপালৰ লিচ্ছৱী-

বংশীয় ৰজা দ্বিতীয় জয়দেৱ বা জয়দেৱ-পৰাচক্ৰকামৰ এখন শিলৰ ফলিৰ পাঠ পুৰাতত্ত্ববিদ্ ডাক্তৰ ভগবানলাল ইন্দ্ৰজীয়ে নৱম খণ্ড "ইণ্ডীয়ান এন্টিকোয়েৰী" কাকতত প্ৰকাশ কৰে, এই ফলিৰ তাৰিখ খৃঃ ৭৫৮–৭৫৯।

এই ফলিৰ মতে জয়দেৱে "ভগদত্ত-ৰাজ-কুলজা" ৰাজ্য-মতীক বিয়া কৰায়। ৰাজ্যমতীৰ পিতৃদেৱৰ নাম হৰ্ষদেৱ, আৰু তেওঁক গৌড়-ওড্ৰ-কলিঙ্গ-কোশলপতি বুলি বৰ্ণোৱা হৈছে। হৰ্ষদেৱক কিন্তু কামৰূপ-পতি বুলি কোৱা হোৱা নাই, আৰু "ভগদত্ত-ৰাজ-কুলজা" এই আখ্যা ৰাজ্যমতীক-হে দিয়া হৈছে, হৰ্ষদেৱক দিয়া হোৱা নাই। ইয়াৰ পৰা অনুমান কৰিব পাৰি যে ভাস্কৰবৰ্ম্মাৰ কালত যি গৌড় বা কৰ্ণসুবৰ্ণ কামৰূপৰ চামিল হয়, এশবছৰৰ পাচতো সেই গৌড় কামৰূপৰ অন্তৰ্ভুক্ত হৈ আছিল। সম্ভৱতঃ অনুশাসন-ৰচয়িতাই হৰ্ষদেৱৰ পৰাক্ৰম দেখুৱাবৰ কাৰণে, তেওঁৰ নিজ-দেশ কামৰূপৰ বাহিৰে অন্যান্য যিবোৰ ৰাজ্যৰ তেওঁ অধিপতি আছিল, তাৰেহে উল্লেখ কৰিছে। ৰাজ্যমতীক ভগদত্তবংশীয়া বোলা, আৰু সেই গৌৰৱ হৰ্ষদেৱৰ পৰা প্ৰত্যাখ্যান কৰাৰ পৰা এইটো অনুমান কৰিব পাৰি যে ৰাজ্যমতীৰ মাতৃকুল ভগদত্তবংশীয়, অৰ্থাৎ ভগদত্তবংশৰ বাহিৰৰ এজন মানুহে সেই বংশৰ কন্যা অৰ্থাৎ ৰাজ্যমতীৰ মাতৃদেৱীৰ পাণিগ্ৰহণ কৰিছিল।

বনমালদেৱৰ তামৰ ফলি মতে নৰকবংশক শালস্তম্ভ নামে এজন ম্লেচ্ছ ৰজাই উচ্ছেদ কৰে। হৰ্জ্জৰবৰ্ম্মাৰ পিতৃ

প্ৰশস্ত অ-নৰকবংশীয় শালস্তম্ভ আৰু শ্ৰীহৰিষ আদি ৰজাসকলৰ ঘোৰ শত্ৰু আছিল। এই শ্ৰীহৰিষকে খেনোৱে নেপালৰ জয়দেৱ ৰজাৰ শহুৰ হৰ্ষদেৱ বুলি অনুমান কৰে।

কবি বাক্‌পতিৰাজৰ প্ৰাকৃত কাব্য "গৌড়বহ" বা 'গৌড়-বধত' কনৌজৰ মৌখৰী ৰজা যশোবৰ্ম্মনৰ হাতত এজন গৌড়-নৃপতিৰ পৰাভৱ বৰ্ণোৱা হৈছে। খেনো পণ্ডিতৰ মতে এইজনা গৌড়ৰাজ হৰ্ষদেৱৰ বাহিৰে আন কোনো নহয়।

সম্ৰাট হৰ্ষবৰ্দ্ধনৰ মৃত্যুৰ পাচত তেওঁৰ সুবিস্তীৰ্ণ সাম্ৰাজ্যৰ কি অৱস্থা হল, তাক জানিবৰ অন্য বিশেষ উপায় নাই। নেপালৰ এই ফলিখনৰ পৰা অন্ততঃ এইটো জনা যায় যে হৰ্ষবৰ্দ্ধনৰ এশবছৰৰ পাচত অযোধ্যাৰ পৰা মাদ্ৰাজৰ সীমালৈকে গোটেই উত্তৰ-পূৰ্ব্বভাৰত কামৰূপৰ তলতীয়া আছিল।

আফ্‌ছদত পোৱা আদিত্যসেনৰ শিলৰ ফলি।—এই ফলিখন ১৮৫০ খৃষ্টাব্দত গয়া জিলাৰ অন্তৰ্গত আফ্‌ছদ নামে গাৱঁত আবিষ্কৃত হয়। ইয়াত কোনো তাৰিখ নাই, কিন্তু অন্য এখন ফলিৰ পৰা ৬৭২ খৃষ্টাব্দকে আদিত্যসেনৰ কাল বুলি ঠাৱৰ কৰা হৈছে। আদিত্যসেন, গুপ্ত সম্ৰাটসকলৰ বংশগত নহলেও, তেওঁলোকৰ পৰবৰ্ত্তী গুপ্তৰাজসকলৰ কোনো এটা পৰিয়ালৰ অন্তৰ্গত ৰজা আছিল।

এই ফলিত আদিত্যসেনৰ পূৰ্ব্বপুৰুষ সাতজনৰ নাম পোৱা গৈছে,—কৃষ্ণগুপ্ত, হৰ্ষগুপ্ত, জীবিতগুপ্ত, কুমাৰগুপ্ত,

দামোদৰগুপ্ত, মহাসেনগুপ্ত আৰু মাধৱগুপ্ত। এই মাধৱগুপ্তৰে পুতেক আদিত্যসেন। বাণভট্টৰ হৰ্ষচৰিতৰ মতে, মালোৱা ৰাজকুমাৰ মাধৱগুপ্ত আৰু তেওঁৰ ভাতৃ কুমাৰগুপ্ত হৰ্ষবৰ্দ্ধনৰ কোঁৱৰালি কালৰ সঙ্গী আছিল। এই ফলিৰ মতেও, মাধৱ-গুপ্ত হৰ্ষবৰ্দ্ধনৰ মিত্ৰতা-প্ৰাৰ্থী আছিল।

হৰ্ষবৰ্দ্ধন আৰু ভাস্কৰবৰ্ম্মা যে সমসাময়িক নৃপতি আছিল, সেই বিষয়ে বৰ্ত্তমানে কোনো সন্দেহ নাই। সেইমতে চাবলৈ গলে ভাস্কৰবৰ্ম্মাৰ পিতৃদেৱ সুস্থিতবৰ্ম্মা, হৰ্ষবৰ্দ্ধনৰ পিতৃ প্ৰভাকৰবৰ্দ্ধন, মাধৱগুপ্তৰ পিতৃ মহাসেনগুপ্ত, এই তিনজনা নৃপতিও সমসাময়িক আছিল বুলি সহজে অনুমান কৰিব পাৰি। হৰ্ষচৰিত, নলন্দ বিহাৰত পোৱা ছাব, আৰু নিধানপুৰত আবিষ্কৃত ভাস্কৰবৰ্ম্মাৰ তামৰ ফলিত ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষ-সকলৰ নাম এইদৰে পোৱা যায়।—

"হৰ্ষচৰিত"।—ভূতিবৰ্ম্মা, তৎপুত্ৰ চন্দ্ৰমুখবৰ্ম্মা, তৎপুত্ৰ স্থিতিবৰ্ম্মা, তৎপুত্ৰ সুস্থিৰবৰ্ম্মা বা মৃগাঙ্ক, পত্নী শ্যামাদেৱী; তৎপুত্ৰ ভাস্কৰবৰ্ম্মা বা ভাস্কৰদ্যুতি। নিৰ্ণয়সাগৰ সংস্কৰণৰ 'হৰ্ষচৰিত'ত সুস্থিৰবৰ্ম্মাৰ ঠাইত সুস্থিতবৰ্ম্মা পোৱা যায়।

নলন্দ মোহৰ।—গণপতিবৰ্ম্মা, পত্নী যজ্ঞৱতী; তৎপুত্ৰ মহেন্দ্ৰবৰ্ম্মা, পত্নী সুব্ৰতা; তৎপুত্ৰ নাৰায়ণবৰ্ম্মা, পত্নী দেৱৱতী; তৎপুত্ৰ মহাভূতিবৰ্ম্মা, পত্নী বিজ্ঞানৱতী; তৎপুত্ৰ চন্দ্ৰমুখবৰ্ম্মা, পত্নী ভোগৱতী; তৎপুত্ৰ স্থিতবৰ্ম্মা, পত্নী নয়নশোভা; তৎপুত্ৰ

সুস্থিতবৰ্ম্মা, পত্নী শ্যামালক্ষ্মী; তৎপুত্ৰ সুপ্ৰস্থিতবৰ্ম্মা আৰু ভাস্কৰবৰ্ম্মা।

নিধানপুৰৰ তামৰ ফলি।—পুষ্যবৰ্ম্মা; তৎপুত্ৰ সমুদ্ৰবৰ্ম্মা, পত্নী দত্তদেৱী; তৎপুত্ৰ বলবৰ্ম্মা, পত্নী ৰত্নৱতী; তৎপুত্ৰ কল্যাণবৰ্ম্মা, পত্নী গন্ধৰ্ব্বৱতী; তৎপুত্ৰ গণপতিবৰ্ম্মা, পত্নী যজ্ঞৱতী; তৎপুত্ৰ মহেন্দ্ৰবৰ্ম্মা, পত্নী সুব্ৰতা; তৎপুত্ৰ নাৰায়ণ-বৰ্ম্মা, পত্নী দেৱৱতী; তৎপুত্ৰ মহাভূতবৰ্ম্মা, পত্নী বিজ্ঞানৱতী; তৎপুত্ৰ চন্দ্ৰমুখবৰ্ম্মা, পত্নী ভোগৱতী; তৎপুত্ৰ স্থিতবৰ্ম্মা, পত্নী নয়নদেৱী; তৎপুত্ৰ সুস্থিতবৰ্ম্মা বা মৃগাঙ্ক, পত্নী শ্যামাদেৱী; তৎপুত্ৰ সুপ্ৰস্থিতবৰ্ম্মা আৰু ভাস্কৰবৰ্ম্মা।

সুস্থিতবৰ্ম্মা নামে এজন সুপ্ৰসিদ্ধ ৰজাৰ কথা আফ্‌ছদ ফলিতো পোৱা যায়। কিন্তু এই ফলিত, সুস্থিতবৰ্ম্মা নো কোন দেশৰ নৃপতি আছিল এই কথা স্পষ্টকৈ কোৱা নাই। এই ফলিৰ নবম শ্লোকত গুপ্তৰাজ দামোদৰগুপ্তৰ মৌখৰী আৰু হূনবিলাকৰ ওপৰত দিগ্বিজয়ৰ উল্লেখ আছে। দশম শ্লোকত লিখা আছে,—দামোদৰগুপ্তৰ মহাসেনগুপ্ত নামে এজন বীৰ-অগ্ৰগণী পুত্ৰ আছিল; বীৰকুলৰ মাজত মহাসেন-গুপ্তই সৰ্ব্বপ্ৰধান খ্যাতি লাভ কৰিছিল। এই মহাসেন-গুপ্তই মহাবিশ্ৰুত সুস্থিতবৰ্ম্মাক পৰাজয় কৰা গীতি আজিলৈকে, অৰ্থাৎ মহাসেনগুপ্তৰ নাতিয়েক আদিত্যসেনৰ ৰাজত্ব-কাললৈকে, লৌহিত্যতীৰত পূৰ্ণবিকশিত তাম্বুল-তৰুৰ ছঁয়াত নিদ্ৰা গৈ সাৰপোৱা সিদ্ধমিথুনসকলৰ দ্বাৰা গীত হৈছে।

আফ্‌ছাদ ফলিৰ এই সুস্থিতবৰ্ম্মাৰ বিষয়ে নানা মুনিৰ নানা মত। খেনোৰ মতে এই সুস্থিতবৰ্ম্মা কামৰূপ নৃপতি ভাস্কৰবৰ্ম্মাৰ পিতৃদেৱ। আনসকলৰ মতে আফ্‌ছাদ ফলিৰ সুস্থিতবৰ্ম্মা এজন মৌখৰী ৰজা। মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ বুৰঞ্জীৰ অধ্যাপক ডাঃ কৃষ্ণস্বামী আয়েঙ্গাৰে এই মত সমৰ্থন কৰিলেও এইটো স্বীকাৰ কৰিবলৈ বাধ্য হৈছে যে মৌখৰী ৰজাসকলৰ মুদ্ৰা বা অন্যান্য সূত্ৰত সুস্থিতবৰ্ম্মাৰ নাম ক'তো পাবলৈ নাই। যিসকলে সুস্থিতবৰ্ম্মাক মৌখৰী ৰজা বুলি ধৰিবলৈ ইচ্ছা কৰে তেওঁলোকৰ নাম,—ডাঃ জন ফেইড্‌ফুল ফ্লীট, কাবেল আৰু টমাছ, ডাক্তৰ কৃষ্ণস্বামী আয়েঙ্গাৰ আৰু ডাঃ ৰাধাকুমুদ মুখাৰ্জ্জী। ইয়াৰ ভিতৰত ফ্লীট, কাবেল আৰু টমাছে নিধানপুৰৰ ফলি আৰু নলন্দ মোহৰত সুস্থিতবৰ্ম্মাৰ নাম পোৱাৰ আগেয়ে তেওঁলোকৰ মত দিছিল, আৰু ফ্লীটে মত দিওঁতে "সম্ভবতঃ" এই শব্দটো ব্যৱহাৰ কৰিছিল।

কিন্তু আমাৰ মতে, দ-কৈ ভাবি চাবলৈ গলে আফ্‌ছাদ ফলিৰ এই সুস্থিতবৰ্ম্মাক কামৰূপেশ্বৰ ভাস্কৰবৰ্ম্মাৰ পিতৃদেৱ সুস্থিতবৰ্ম্মা বা মৃগাঙ্ক ৰজা বুলি অনুমান নকৰি নোৱাৰি। ইয়াৰ কাৰণ এই,—

গুপ্তৰাজ আৰু কামৰূপ-নৃপতিসকলৰ পুৰুষীনামা মতে সুস্থিতবৰ্ম্মা আৰু মহাসেনগুপ্ত দুজন সমসাময়িক ৰজা হোৱাত কোনো আপত্তি নাই।

ডাঃ আয়েঙ্গাৰে কয়,—"এই ফলিত যুদ্ধক্ষেত্ৰ বুলি

লৌহিত্যৰ নাম উল্লিখিত হোৱা নাই, যাথোন পূৰ্ব্বপ্ৰান্তলৈকে মহাসেনগুপ্তৰ বিজয়গীতি গোৱা হৈছিল বুলি স্থানবিস্তৃতিৰ পৰিমাণ বুজাবৰ কাৰণে লৌহিত্যৰ নাম উল্লেখ কৰা হৈছে।” কিন্তু ফলিৰ মূলকথা পঢ়ি চালে সহজে ধৰিব পাৰি যে বিজয়গীতি কীৰ্ত্তনৰ স্থানবিস্তৃতিৰ ওপৰত মাত্ৰা দিয়া হোৱা নাই, অৰ্থাৎ লৌহিত্যৰ তীৰলৈকে সেই গীত গোৱা হয় বুলি কোৱা নাই। মূলফলিত কালবিস্তৃতিৰ ওপৰতহে মাত্ৰা দিয়া হৈছে, তাত কোৱা হৈছে যে “অদ্যাপিও ঘনে-ঘনে সেই গীত লৌহিত্য তীৰত গোৱা হয়,” অৰ্থাৎ মহাসেনগুপ্তৰ দিনত এই যুদ্ধ ঘটিলেও চাৰিকুৰিমান বছৰৰ পাচত মহাসেনৰ নাতিয়েক আদিত্যসেনৰ দিনতো এই বিজয়গীতি গাবলৈ মানুহে পাহৰা নাছিল।

হৰ্ষচৰিতৰ মতে, ভাস্কৰবৰ্ম্মাই হংসবেগ কটকীক পঠিয়াই সম্ৰাট হৰ্ষবৰ্দ্ধনৰ মিত্ৰতা কামনা কৰিছিল। হংসবেগে সেই সূত্ৰে সম্ৰাটৰ আগত ভাস্কৰবৰ্ম্মাৰ পূৰ্ব্বপুৰুষসকলৰ কীৰ্ত্তি-কলাপ কীৰ্ত্তন কৰিবলৈ বাধ্য হৈছিল। ডাঃ আয়েঙ্গাৰে কয়, “আফ্ছাদ ফলিৰ সুস্থিতবৰ্ম্মা কামৰূপ-নৃপতি হোৱা হলে, মহাসেনগুপ্ত আৰু সুস্থিতবৰ্ম্মাৰ সংঘৰ্ষৰ কাহিনী হৰ্ষবৰ্দ্ধনৰ আগত কটকী হংসবেগৰ ভাস্কৰবৰ্ম্মাৰে বংশকীৰ্ত্তনৰ পৰা বাদ নপৰিলহেঁতেন।” আমাৰ মতে এইটো আশা কৰা ভুল। হংসবেগৰ প্ৰধান উদ্দেশ্য আছিল ভাস্কৰবৰ্ম্মাৰে সৈতে সম্ৰাটৰ মিত্ৰতা স্থাপন কৰা; সেইকাৰণে হংসবেগে কামৰূপাধি-

পতিৰ পূৰ্ব্বপুৰুষসকলৰ স্তুতিবাদহে কৰিছিল, আৰু তেওঁ দেখুৱাবলৈ যত্ন কৰিছিল যে কামৰূপৰ ৰাজপৰিয়াল স্থানেশ্বৰৰ সম্ৰাটসকলৰে সৈতে মিত্ৰতাসূত্ৰে আবদ্ধ হবলৈ কোনো প্ৰকাৰে অনুপযুক্ত নহয়। এই উদ্দেশ্যৰ দ্বাৰা প্ৰণোদিত হৈ তেওঁ ভাস্কৰবৰ্ম্মাৰ পিতৃদেৱ সুস্থিতবৰ্ম্মাক এজন পৰাক্ৰমী বীৰ বুলিহে পৰিচয় দিছিল। মগধৰাজ মহাসেনগুপ্তৰ হাতত সুস্থিতবৰ্ম্মাৰ পৰাজয়কাহিনী হংসবেগৰ প্ৰশংসাবাদৰ পৰা বাদ পৰাটো স্বাভাৱিক।

আফ্‌ছদ ফলিৰ মূল প্ৰশস্তি গৌড়নিবাসী সুক্ষ্মশিৱ নামে এজন বুদ্ধিমান পণ্ডিতে ৰচনা কৰিছিল। সেই গৌড় বা কৰ্ণসুবৰ্ণ ৰাজ্য হৰ্ষবৰ্দ্ধনৰ দিনত গৌড়ৰাজ শশাঙ্কৰ মৃত্যুৰ পাচত ভাস্কৰবৰ্ম্মাৰ হস্তগত হয়। নিধানপুৰত আবিষ্কৃত ফলি বীৰকেশৰী ভাস্কৰবৰ্ম্মাই নৌ-হস্তি-অশ্ব-পদাতি-সম্পত্তি বিশিষ্ট আৰু জয়-শব্দ সমন্বিত কৰ্ণসুবৰ্ণ স্কন্ধাবাৰ বা শিবিৰৰ পৰা দান কৰিছিল। আফ্‌ছদ ফলিৰ দানৰ সময়তো, অৰ্থাৎ মগধত আদিত্যসেনৰ ৰাজত্ব কালতো, গৌড় বা কৰ্ণসুবৰ্ণ অসমীয়াৰ কৰতলীয়া আছিল। গৌড়নিবাসী বঙ্গালী পণ্ডিত সুক্ষ্মশিৱই নিজৰাজ্যৰ বিদেশী বিজেতা ভাস্কৰ-বৰ্ম্মাৰ পিতৃদেৱ সুস্থিতবৰ্ম্মাৰ পৰাজয়স্বৰূপ অপযশৰ কথা এই ফলিত যুগমীয়াকৈ লিপিবদ্ধ কৰি কামৰূপৰ ৰাজপৰিয়ালৰ গৌৰৱ লাঘৱ কৰিবৰ চেষ্টা কৰা স্বাভাৱিক ; অৰ্থাৎ সুক্ষ্মশিৱৰ আনুমানিক ভাব এনে, ভাস্কৰবৰ্ম্মাই আমাৰ গৌড় বিজয়

কৰিলে সঁচা, কিন্তু তেওঁৰ বাপেক সুস্থিতবৰ্ম্মাক মহাসেনগুপ্তই কলহে-কলহে পানী খুৱাইছিল, এতিয়া সেই অপমানৰ চেকা কামৰূপ ৰাজপৰিয়ালৰ গাৰ পৰা মচিব পৰা নাই।

সুস্থিতবৰ্ম্মা মহাসেনগুপ্তৰ দ্বাৰা পৰাজিত হোৱাৰ পৰিণাম-স্বৰূপে কামৰূপ মগধৰ তললৈ অহাৰ কোনো প্ৰমাণ নাই। পৰাজিত হলেও সেই কালৰ প্ৰথামতে বিজিত ৰাজ্যত আগৰ ৰজাজনেই প্ৰায় শাসন কৰিছিল, মাথোন বিজেতা ৰজাৰ উৎসৱ আদিত বিজিত ৰজাই উপস্থিত হৈ শোভাবৰ্দ্ধন কৰাৰ নিয়ম আছিল। মহাসেনগুপ্তৰ দুই পুতেক মাধবগুপ্ত আৰু কুমাৰগুপ্ত আছিল সম্ৰাট হৰ্ষবৰ্দ্ধনৰ কোঁৱৰালি কালৰ অন্তৰঙ্গ বন্ধু। সেইদেখি ভাস্কৰবৰ্ম্মাৰ স্বাভাৱিকতে শঙ্কা হল যে হৰ্ষবৰ্দ্ধনৰ সহায় লৈ মগধৰাজে পুনৰ কামৰূপৰ বিৰুদ্ধে যুদ্ধযাত্ৰা কৰিব পাৰে। ইয়াকে জানি দূৰদৰ্শী ভাস্কৰবৰ্ম্মাই পৰাক্ৰমী হৰ্ষবৰ্দ্ধনৰ ঠাইলৈ কটকী পঠিয়াই সম্ৰাটৰে সৈতে মিত্ৰতা স্থাপন কৰি মগধৰাজৰ দ্বাৰা কামৰূপ আক্ৰমণৰ বাট মাৰি থৈছিল।

সুস্থিতবৰ্ম্মাৰ আন এটা নাম আছিল মৃগাঙ্ক। হৰ্ষচৰিত আৰু নিধানপুৰ ফলিত এই দুই নামৰ উল্লেখ আছে। গৌড়ীয় কবি সূক্ষ্মশিৱই সুস্থিতবৰ্ম্মাৰ এই দ্বিতীয় নামটো নিশ্চয় জানিছিল। আফছৃদ ফলিৰ প্ৰশস্তিত থকা "সুস্থিতবৰ্ম্মা-যুদ্ধ-বিজয়-শ্লাঘা-পদাঙ্কম্" এই বচন ফাকিত 'মৃগাঙ্ক' শব্দটোৰ ওপৰত শ্লেষ আছে বুলি অনুমান কৰিব পাৰি, বিশেষতঃ

'পদাঙ্ক' শব্দটোৱে মৃগাঙ্ক শব্দটিক সৌৱৰাই নিদি নোৱাৰে।

এই ফলিত লৌহিত্যতীৰৰ তামোল গছৰ উল্লেখ আছে, আৰু প্ৰাচীন গ্ৰন্থাৱলীত প্ৰাগজ্যোতিষৰ লগত তামোল-পানৰ গছৰ উল্লেখ অনিবাৰ্য্য হেন দেখা যায়। বলবৰ্ম্মাৰ তামৰ ফলিত ৰঘুবংশৰ ষষ্ঠ সৰ্গত থকা তাম্বুল-বল্লী-পৰিণদ্ধ-পূগম্" এই বাক্যটি হুবহু তুলি দিয়া হৈছে।

সুস্থিতবৰ্ম্মা এই নামটো অন্যান্য প্ৰাচীন কামৰূপ-নৃপতি-সকলৰ নামৰ লগত খাপ খাইছে। ভাস্কৰবৰ্ম্মাৰ পিতামহৰ নাম স্থিতবৰ্ম্মা, পিতাৰ নাম সুস্থিতবৰ্ম্মা, সহোদৰৰ নাম সুপ্ৰস্থিতবৰ্ম্মা। মৌখৰী ৰজাসকলৰ নাম কিন্তু অন্য ধৰণৰ,—হৰিবৰ্ম্মা, আদিত্যবৰ্ম্মা, ঈশানবৰ্ম্মা, সৰ্ব্ববৰ্ম্মা।

অসমীয়াত এটা কথা আছে—'এঘৰৰ পাটনাদ, এঘৰৰ জৰি, এঘৰে পানী তোলে ঘটং-মটং কৰি।" সুস্থিতবৰ্ম্মাক যদি মৌখৰী ৰজা বুলি ধৰি লোৱা হয়, কথাষাৰ কেনেকুৱা হয় চাব লগীয়া।—মগধৰ ৰজা মহাসেনগুপ্তই যুদ্ধত মৌখৰী ৰজা সুস্থিতবৰ্ম্মাক ঘটুৱালে, এই বিজয়গীতি চাৰিকুৰি বছৰৰ মূৰত লৌহিত্যৰ তীৰত অসমীয়া মানুহে গাই ফুৰিবলৈ তেওঁলোকৰ কি গৰজ পৰিছিল ?

কামৰূপ-ৰাজ সুস্থিতবৰ্ম্মাৰ লগত মহাসেনগুপ্তৰ সামৰিক সংঘৰ্ষ হৈছিল এইটো ঠিক। কিন্তু এই যুদ্ধত সুস্থিতবৰ্ম্মাৰ পৰাভৱ হোৱাৰ কথা মাথোন এই ফলিতহে পোৱা যায়।

এই ফলিৰ কথা এক প্ৰকাৰে শিলৰ ৰেখা হলেও তাক নিশ্চিত সত্যবুলি ধৰিব নোৱাৰি, কাৰণ এই ফলি আছিল মহাসেন-গুপ্তৰ নাতি আদিত্যসেনৰ, তেওঁ পিতামহৰ গৌৰৱ কীৰ্ত্তন কৰি নিজৰ যশস্যা বঢ়োৱাৰ চেষ্টা কৰিছে বুলি ভাবিলে অযুক্তিকৰ নহব। কামৰূপৰ বুৰঞ্জীত বা অন্যান্য নিৰপেক্ষ-সূত্ৰে এই সংঘৰ্ষৰ ফলাফলৰ বিষয়ে জানিব পাৰিলে আমি প্ৰকৃত সত্য আবিষ্কাৰ কৰিব পাৰিলোঁহেঁতেন। সুস্থিতবৰ্ম্মা যদি মহাসেনৰ হাতত পৰাজিত হৈছিল সেই কথা মহাসেন-তনয় মাধবগুপ্তৰ বন্ধু হৰ্ষবৰ্দ্ধনৰ অগোচৰ নাছিল। তেনেস্থলত হংসবেগে হৰ্ষবৰ্দ্ধনৰ আগত সুস্থিতবৰ্ম্মাক পৰাক্ৰমী বীৰ আৰু অন্যান্য নৃপতিসকলৰ মূৰ নত-কৰোঁতা যুজাৰু বুলি পৰিচয় দিয়াটো বিদ্ৰূপাত্মক নহবনে? আৰু বিশেষতঃ, অসমীয়াই লোহিত্যতীৰত নিজৰ দেশৰ ৰজাৰ পৰাজয়-গীতি ইমানদিনলৈকে গাই ফুৰিবলৈ কুণ্ঠিত নহবনে? আদিত্য-সেনৰ এই ফলিৰ প্ৰশস্তিৰ এই অংশত অলপমান কবিত্বপূৰ্ণ অতিৰঞ্জন যে আছিল তাত সন্দেহ হয়। বিশেষতঃ, তেনে ধৰণৰ উক্তিক প্ৰতিবাদ কৰাৰ কোনো সম্ভাৱনা নথকাত প্ৰশস্তি-ৰচয়িতাই ঠায়ে-ঠায়ে ৰহণ সানি পৃষ্ঠপোষক নৃপতিক তুষ্ট কৰাৰ চেষ্টা বিৰল নহয়।

হিন্দুযুগত উত্তৰ-ভাৰতৰ নৃপতিসকলেৰে সৈতে কামৰূপৰ যি সংঘৰ্ষ হয় তাৰ উল্লেখ হাতে-লিখা অসম-বুৰঞ্জীতো পোৱা যায়। স্বৰ্গীয় গুণাভিৰাম বৰুৱা আৰু হলিৰাম

ঢেকিয়াল ফুকনেও এনে এক সংঘৰ্ষৰ কথা উল্লেখ কৰিছে। নৰকবংশীয় ৰজাসকলৰ পাচত অন্যবংশীয় একৈচজন ৰজা কামৰূপৰ সিংহাসনত বহে, এই নতুন বংশৰ সৰ্ব্বপ্ৰথম ৰজা হৈছে মাধৱ, আৰু শেষ ৰজা সুবাহু। ৰত্নপালৰ তামৰ ফলিৰ মতেও নৰক বংশৰ পাচত শালস্তম্ভ আদি কৰি একৈচজন ম্লেচ্ছ ৰজা কামৰূপৰ সিংহাসনত বহে। অসম বুৰঞ্জীৰ মতে এই সুবাহু ৰজাই উত্তৰ-ভাৰতৰ বিক্ৰমাদিত্য ৰজাৰ অশ্বমেধ-যজ্ঞৰ ঘোৰা আটক কৰি ৰাখে। তাতে বিক্ৰমাদিত্যই সসৈন্যে কামৰূপলৈ আহি সুবাহুক পৰাস্ত কৰে। সুবাহুৱে সুমতি নামে মন্ত্ৰীক ৰাজ্যভাৰ গতাই দি বানপ্ৰস্থ অৱলম্বন কৰি পুতেক সুবলৰ লগত হিমালয়লৈ প্ৰস্থান কৰে। সুমতিৰ পাচত দ্ৰাবিড় দেশীয় ক্ষত্ৰিয় জিতাৰিয়ে কামৰূপ অধিকাৰ কৰে।

এই সুবাহু কোন? বিক্ৰমাদিত্য নামে যে কোনো এজন বিশেষ ৰজা নাছিল এইটো আজি-কালি পণ্ডিতসকলে সিদ্ধান্ত কৰিছে। আগৰ দিনত দিগ্বিজয়ী পৰাক্ৰমী সম্ৰাটসকলৰ জনচেৰেকে এই উপাধি ধাৰণ কৰিছিল। কবি কালিদাসৰ পৃষ্ঠপোষক চন্দ্ৰগুপ্ত এজন বিক্ৰমাদিত্য আছিল। কামৰূপ-নৃপতি সুবাহুক পৰাস্ত কৰা বিক্ৰমাদিত্যজন কোন? সমুদ্ৰগুপ্তই অশ্বমেধ-যজ্ঞৰ পুনৰ অৱতাৰণা কৰিছিল বুলি অনুমান কৰিব পাৰি। 'গৌৰবহৰ' মতে কনৌজৰ নৃপতি যশোবৰ্ম্মনে গৌড় ৰজাক পৰাস্ত কৰে। এই জনা গৌড়ৰাজকে

হৰ্ষদেৱ বুলি ধৰিবলৈ বহুতে চেষ্টা কৰিছে। ওপৰত কোৱা হৈছে, হৰ্ষদেৱ বা শ্ৰীহৰিষ নৰকবংশীয় নাছিল। গতিকে, সম্প্ৰতিকলৈ সুবাহুক হৰ্ষদেৱ আৰু বিক্ৰমাদিত্যক যশোবৰ্ম্মা বুলি অনুমান কৰি লব পাৰি। আগৰদিনৰ ৰজাসকলৰ কেবাটাও নাম থকাৰ প্ৰমাণ পোৱা যায়, যথা হৰ্ষবৰ্দ্ধনক শিলাদিত্য, সুস্থিতবৰ্ম্মাক মৃগাঙ্ক, আৰিমত্তক শশাঙ্ক, আৰু জোঙ্গালবলহুক মৃগাঙ্ক বোলা হৈছিল।

সামৰণিত ইয়াকে কব খোজোঁ যে প্ৰাচীন কামৰূপ বুৰঞ্জী ৰচনা কৰাৰ আগেয়ে প্ৰাচীন ভাৰতৰ সকলো বুৰঞ্জী সাহিত্য, শিলালিপি আদি আদ্যোপান্ত আলোচনা কৰি লব লাগিব। দুখৰ বিষয় প্ৰাচীন কামৰূপৰ অন্তৰ্গত বৰ্ত্তমান ৰাজ্যখণ্ডত তেনে বুৰঞ্জীৰ সঁজুলি থাকিলেও সি কোনো-প্ৰকাৰে যথেষ্ট নহয়, সেইদেখি কামৰূপ-বুৰঞ্জীৰ আহিলা অন্বেষণৰ ব্যৱস্থাৰ প্ৰয়োজনৰ বিষয়ে শিক্ষিতসকলৰ থাউতি হব বুলি আশা কৰি বৰ্ত্তমান প্ৰবন্ধ ৰচনা কৰা হল।

জুন ১৯২৮ চন।



# গড়মা কুঁৱৰী

স্বৰ্গনাৰায়ণ চুহুংমুং ওপৰজনা দিহিঙ্গীয়া ৰজা এজন মহা উদ্যোগী আৰু প্ৰতাপী নৃপতি আছিল। তেওঁৰ দিনত অসম ৰাজ্যৰ কলেবৰ বহুপৰিমাণে বৃদ্ধি হয়, আৰু দেশ-দেশান্তৰত অসমৰ প্ৰভাব আৰু সুখ্যাতিৰ বিস্তৃতি হয়। এইজনা ৰজাই শদিয়াৰ চুটিয়া, উত্তৰকূলৰ বাৰেভূঞা আৰু দক্ষিণকূলৰ কছাৰীক আহোমৰ বশবৰ্ত্তী কৰে; কৰতোয়া নদীলৈকে ৰাজ্য জয় কৰে; কমতা ৰজাক সিংহাসনত সুদৃঢ় কৰি বহুৱায়, আৰু কোচবেহাৰৰ বিশ্বসিংহক থাপিত-সাক্ষিত কৰি ৰজা পাতে। স্বৰ্গদেৱৰ প্ৰতাপৰ কথা গম পাই গৌড়েশ্বৰ বাদশ্বাহে কন্যা দি মিত্ৰতা স্থাপন কৰে। এইজনা স্বৰ্গদেৱৰ দিনতে মহাপুৰুষ শঙ্কৰদেৱে অসমত ভাগৱতী ধৰ্ম্ম প্ৰচাৰ কৰে। চুকাফাই সৌমাৰত আহোম ৰাজশক্তিৰ যি পুলি ৰুই থৈ যায়, দিহিঙ্গীয়া ৰজাৰ দিনত সেয়ে শাখা-পত্ৰ শোভিত হৈ গছৰ আকাৰ ধাৰণ কৰে। ১৪১৮ শকৰ ২৩ মাঘত দিহিঙ্গীয়া ৰজা সিংহাসনত বহে, আৰু ১৪৬১ শকৰ ৯ জেঠত তেওঁৰ লোকান্তৰ ঘটে।

স্বৰ্গনাৰায়ণ দিহিঙ্গীয়া ৰজাৰ দিনতে গৌড় বাদশ্বাহৰ সেনাপতি তুৰ্ব্বকে অসম আক্ৰমণ কৰে, আৰু কেবাবছৰো ধৰি ৰণ কৰি অসমে অৱশেহত সেই আক্ৰমণ ব্যৰ্থ কৰে। দেশ-ৰক্ষাৰ যুদ্ধত এগৰাকী অসম-জীয়ৰী বীৰাঙ্গনাই প্ৰাণ

ত্যাগ কৰে। অৱশেহত অসমীয়া সেনাপতিৰ হাতত তুৰ্ব্বক নিহত হয়, আৰু তেওঁৰ সৈন্য বিভঙ্গে পলায়। অসমীয়াৰ ৰণজয়ৰ বাৰ্ত্তা শুনি কমতা, কোচবেহাৰ আৰু গৌড়ৰ অধিপতি-সকল স্বৰ্গনাৰায়ণ ৰজাৰ অপৰাজেয় শক্তিৰ মাহাত্ম্যক স্বীকাৰ কৰিবলৈ বাধ্য হয়।

তুৰ্ব্বকে অসমলৈ আহিবলৈ পালে কেনেকৈ, তেওঁৰে সৈতে হোৱা ৰণত বা অসমীয়াই কিদৰে যুঁজ কৰিছিল, যুদ্ধৰ পৰিণাম বা কি হল, এইবোৰ বিষয়ে আমাৰ জানিবলৈ ইচ্ছা হয়।

তুৰ্ব্বকৰ অসম আক্ৰমণৰ সূত্ৰপাত হল এগৰাকী ৰাজকন্যা পাটমাদৈৰ পৰা, আৰু সেই আক্ৰমণৰ পৰা অসমীয়াই মুক্তি পালে, কবলৈ গলে, আৰু এগৰাকী ৰাজকন্যা ডাঙ্গৰীয়ানীৰ পৰা। প্ৰথম গৰাকীৰ কাহিনীত নষ্টচৰিত্ৰ তিৰোতাৰ কাৰ্য্যকলাপৰ আভাস পোৱা যায়; আৰু ইগৰাকীৰ পতিস্নেহ আৰু ৰণ-বিক্ৰমৰ আদৰ্শই আজিলৈকে অসমৰ নাৰীক অনুপ্ৰেৰণা যোগাই আহিছে। প্ৰথম গৰাকীৰ নাম সুশুদ্ধি গড়মা কুঁৱৰী; আৰু দ্বিতীয় গৰাকীৰ নাম হৈছে মূলা গাভৰু, এওঁ নামচেংখাম আৰু নাখামচেন গাভৰু নামেও প্ৰখ্যাত আছিল।

সুশুদ্ধি আছিল সেই কালৰ কমতা ৰজাৰ পটেশ্বৰী, আৰু তেওঁৰ পিতৃ আছিল গৌড়দেশৰ বাদশ্যাহ। এই দুইজন নৃপতিৰ নাম অসম বুৰঞ্জীত পাবলৈ নাই। কমতা-অধিপতিক

কমতেশ্বৰ ৰজা, আৰু গৌড়-অধিপতিক গৌড়েশ্বৰ বাদশ্যাহ বুলি বুৰঞ্জীত উল্লেখ কৰা হৈছে। মুছলমান নৃপতিৰ কন্যাক হিন্দুৰজা কমতেশ্বৰে বিয়া কৰি প্ৰায়শ্চিত্তৰ দ্বাৰা শুদ্ধ কৰি লৈছিল, সেইদেখিয়েই বোধ কৰোঁ৷ স্বামীৰ ঘৰত তেওঁৰ নাম থোৱা হৈছিল সুশুদ্ধি কুঁৱৰী। গৌড়ৰ পৰা অহা দেখি পাচলৈ তেওঁক মানুহে গৌড়-মা বা গড়মা বুলিহে জানিছিল।

সুন্দৰী কন্যা দেখি কমতেশ্বৰ ৰজাই সুশুদ্ধিক মুখ্য-পটেশ্বৰী পাতিলে। আনগৰাকী প্ৰধানা কুঁৱৰী আছিল সুলোচনা। ৰজাৰ আঠজনা চমুৱা কুঁৱৰীও আছিল। সুশুদ্ধি কুঁৱৰীৰ দুজনী দাসীৰ নাম পোৱা যায়, বিশ্বদাসী আৰু মালতী। সুলোচনাৰ এটি পুত্ৰ আছিল, নাম দুৰ্ল্লভেন্দ্ৰ।

কমতেশ্বৰ ৰজাৰ পুৰোহিত নীলাম্বৰ ব্ৰাহ্মণৰ তিনিজন পুতেক আছিল,—চন্দ্ৰভাল, চন্দ্ৰশেখৰ আৰু দীননাথ। এই তিনিজনে কাৰেঙৰ ভিতৰত ৰজা আৰু দুগৰাকী পটেশ্বৰীৰ আগত "হৰগৌৰী-সম্বাদ" পুথি পাঠ কৰিছিল। ইয়াৰ ভিতৰত চন্দ্ৰশেখৰৰ পুথি-পাঠ অতি হৃদয়গ্ৰাহী আছিল। ৰজাই সন্তুষ্ট হৈ চন্দ্ৰশেখৰক বঁটা-বাহন দিছিল, আৰু সুশুদ্ধি আৰু সুলোচনায়ো তেওঁক খুৱাই-বুৱাই বস্ত্ৰ-আভৰণ পিন্ধাই পঠাইছিল। এনেকৈ অহা-যোৱা কৰি থাকোঁতে এদিন সুশুদ্ধি আৰু চন্দ্ৰশেখৰৰ চকুৰে দৰশন হল। পণ্ডিতৰ ৰূপ-লাৱণ্যত কমতেশ্বৰৰ মুখ্য-পটেশ্বৰী মোহিত হৈ ইঙ্গিতেৰে চন্দ্ৰশেখৰক মনৰ কথা বুজাই সুশুদ্ধি কুঁৱৰীয়ে বিশ্বদাসীক পঠিয়াই

মাজনিশা ৰাতি চন্দ্ৰশেখৰক সঙ্গোপনে কাৰেঙৰ ভিতৰলৈ আনিলে, আৰু ব্ৰাহ্মণৰ সৈতে ৰং-আনন্দ কৰি চাৰিদণ্ড নিশা থাকোঁতে তেওঁক বিদায় দি পঠিয়ালে। এইৰূপে কিছুদিন অহা-যোৱা কৰাত কমতেশ্বৰে সন্তেদ পাই মানুহ লগাই খোকা পাতি কাৰেঙৰ পৰা ওলাই অহা অৱস্থাত চন্দ্ৰশেখৰক ধৰিলে। ৰজাই গড়ৰ বাহিৰে এটা পঁজা সাজি লগত এজনী মাত্ৰ বেটী দি সুশুদ্ধিক থাকিবলৈ দিলে, আৰু দুদিনৰ অন্তৰত একঠা চাউল, এতোলা লোণ আৰু এতোলা তেল মাত্ৰ দিয়াৰ ব্যৱস্থা কৰি দিলে। চন্দ্ৰশেখৰকো ৰজাই লোৱা লগাই থলে। কিছুদিনৰ পাচত কমতা গোসাঁনীৰ মন্দিৰৰ পুবত থকা পাষাণ-ভৈৰবক সেৱা নকৰি বিয়া কৰিবলৈ যোৱাত চন্দ্ৰভাল বলিয়া হল। কমতেশ্বৰে কলে,—“পুৰোহিতৰ বেটাও নষ্ট গৈল, আমাৰো ভাৰ্য্যা কলঙ্কিনী হৈ ৰহিল, চন্দ্ৰভালো বাতুল হৈ মৰিব খুজিলে, আন ব্ৰাহ্মণো আমাৰ দেশত নাই।”

সুশুদ্ধিয়ে মালতী দাসীৰ হতুৱাই দিহা-পৰামৰ্শ দি দীননাথক পঠিয়াই বাপেক গৌড়েশ্বৰলৈ বাৰ্ত্তা দিলে, বোলে,—“অপূৰ্ব্ব হৰগৌৰী-সম্বাদ পুথি ৰহস্য থানত শুনিছিলোঁ কাৰণে পুৰোহিতৰ বেটাৰো মিছা কলঙ্ক-দুখ, আৰু ই পুস্তক আনৰ ঠাইত থাকিবৰ যোগ্য নহয়, গৌড়েশ্বৰৰ ঠাইতহে থাকিবৰ যোগ্য, এইৰূপে কোৱাতহে মোৰো অতমান দুখ।” জীয়েকৰ বাৰ্ত্তা শুনি গৌড়েশ্বৰে জুমল-খাঁ থানাদাৰক কমতেশ্বৰ ৰজাৰ ঠাইলৈ পঠিয়াই হৰগৌৰী-সম্বাদ পুথি আৰু

পুথিৰ পাঠকক খুজিলে। ইতিমধ্যে, সুশুদ্ধিৰ নির্দেশমতে পুৰোহিত নীলাম্বৰে পুথিখনি পেৰাত ভৰাই পুখুৰীত নি থৈছিল। কমতেশ্বৰ ৰজাই ব্রাহ্মণকো নপঠিয়ালে, পুথিও দিব নোৱাৰিলে। ইয়াৰ ফলত দুয়ো নৃপতিৰ ভিতৰত মনোবাদ বাঢ়িবলৈ ধৰিলে। কিছুদিন ধৰি কটকী চলাচল হল, কিন্তু দুই ৰজাৰ মিল নঘটিল। নিজৰ জীয়েৰক অনাদৰ কৰি বন্দিনী কৰি থোৱাৰ নিমিত্তে গৌড়েশ্বৰে লোকজন দি তোলনীয়া-পো তুর্ব্বকক কমতাৰ বিৰুদ্ধে পঠিয়ালে, বোলে,—"ভনীয়েৰ গড়মাকো ধৰি আনগৈ, আৰু কমতেশ্বৰকো ধৰি আনগৈ।" তুর্ব্বকে সৈন্য-সামন্ত লৈ খেদি অহাত কমতেশ্বৰে গৈ স্বর্গনাৰায়ণ দিহিঙ্গীয়া ৰজাৰ শৰণাপন্ন হল। কমতাত থাকিল ৰাজমহিষী সুলোচনা আৰু দুর্ল্লভেন্দ্র কোঁৱৰ।

গড়মায়ো পিতৃৰ মুখ নেচাওঁ বুলি ডেৰচুংফা কছাৰী ৰজালৈ ভিতৰি কথা দিলে, বোলে,—"মই তেওঁকে স্বামী বৰিছোঁ, এই সময়তে মোক নিয়কহি।" কছাৰী ৰজাই দোলা মানুহ পঠিয়াই গড়মাক নিজৰ লগলৈ নিলে। ডেৰচুংফা ৰজাও গড়মাৰ ৰূপত মুগ্ধ হৈ বৰ আনন্দেৰে তেওঁক মুখ্য-পটেশ্বৰী পাতিলে। তেতিয়াৰে পৰা সুশুদ্ধিৰ নাম গৌড়-মা বা গড়মা বুলি প্রসিদ্ধ হল।

তুর্ব্বকে সৈন্য-সামন্ত লৈ আহি কমতেশ্বৰ ৰজাক নাপাই, গড়মাও কছাৰীলৈ গল হেন জানি বৰ দুখ কৰিলে। উত্তৰে দিকৰাই আৰু দক্ষিণে ডিমৰুৱাৰ খেৰণিচকি পর্য্যন্ত তেওঁৰ

সৈন্য বিয়পি পৰিল। এবাৰ-দুবাৰ কছাৰীৰ লগত যুদ্ধও হল, তথাপি তুৰ্ব্বকে গড়মাক উদ্ধাৰ কৰিব নোৱাৰিলে। গড়মাও কছাৰী ৰজাৰ কাৰেঙ্গত কাল কটাবলৈ ধৰিলে। কছাৰী ৰজাৰ ফালৰ তেওঁৰ এটি পুত্ৰসন্তান জন্মিল, লৰাটিৰ নাম হল মদনকুমাৰ।

ইতিমধ্যে গৌড়েশ্বৰে শুনিলে বোলে তুৰ্ব্বকে কছাৰী ৰজাৰে মিলা-প্ৰীতি হৈ যুদ্ধলৈ মন এৰিছে। ইয়াকে শুনি গৌড়েশ্বৰে ৰীতমাণিক নবাব আৰু খুনখাঙ্গক গড়মা উদ্ধাৰৰ কাৰণে সৈন্য দি পঠিয়ালে।

এই সময়ত কছাৰী আৰু অসমৰ যুদ্ধ চলি আছিল। অসমৰ সেনাপতি আছিল কনচেং বৰপাত্ৰ, ফাচেনমুং বৰ-গোহাঁই আৰু কাকু বুঢ়াগোহাঁই। দিহিঙ্গীয়া ৰজাই ধন-শিৰীৰ কাষৰত বাহৰ কৰি যুদ্ধ পৰিচালনা কৰিছিল, আৰু আৱশ্যক মতে নিজেও যুদ্ধ কৰিছিল। অসমৰ সৈন্যই কছাৰীক জিনি ত্ৰিপুৰা আৰু ডিমাপুৰ অধিকাৰ কৰিলে। কছাৰীয়ে পুনৰ খেদি অহাত অসমৰ সৈন্য-সেনাপতি যুদ্ধৰ অভিপ্ৰায়ে আগৰ ঠাইতে তৈয়াৰ হৈ থাকিল। কিছুদিনৰ পাছত স্বৰ্গদেৱে কছাৰীৰ শীতলনেঘেৰি মাৰি ললে, আৰু কছাৰী ৰজাক ইটাৰ গড়ত থাপি থলে। তেতিয়া কছাৰীয়ে কলঙ্গলৈকে দেশ এৰি দিলে। এই ৰণত কছাৰীৰ তিনিজনা মগলোৰ জী কুঁৱৰী অসমৰ হাতত পৰিল। ৰৰকুঁৱৰী গড়মা কছাৰী ৰজাৰ লগত থাকিল।

ইপোনে গৌড়ৰ মীৰজুমলাই নবাবে আহি কছাৰীক আক্ৰমণ কৰিলে। কছাৰী ৰজা যুদ্ধে নোৱাৰি হেড়ম্বলৈ পলাই যাওঁতে অসমৰ মানুহে হাবিত পাই খুচি মাৰিলে, আৰু সেই হাবিতে গড়মা কুঁৱৰী আৰু মদনকুমাৰক পাই ধনশিৰী বাহৰত দিহিঙ্গীয়া ৰজাক যোগালেনি। ৰজায়ো জয়বাদ্য কৰি গড়মাক চাঙ্গলৈ আনিলে।

গড়মা কুঁৱৰীৰ মোহিনীৰূপে চুহুংমুং দিহিঙ্গীয়া ৰজাৰ সৰ্ব্বনাশ ঘটাবলৈ আৰম্ভ কৰিলে। স্বৰ্গদেৱে মাছ-পহু চিকাৰ আৰু ৰঙ্গ-আনন্দৰ মাজত গড়মা কুঁৱৰীৰে সৈতে খেলন-ভুলন কৰি দুবছৰ ধনশিৰী বাহৰত কাল কটাইছিল, আৰু ৰাজ-কাৰ্য্যলৈ একেবাৰে হেলা কৰিছিল। বুৰঞ্জীত আছে,— "সুন্দৰী কুঁৱৰী দেখি মোহিত হৈ নগৰ কৰি দুই বৎসৰ আছে, ভিতৰৰ পৰা নোলায়, মেল-দোৱানো নকৰে, নগৰলৈকো নাযায়।" তেনে অৱস্থা হৈছিল ৰোমদেশীয় প্ৰসিদ্ধ পুৰুষ আৰু সেনাপতি মাৰ্ক এণ্টনিৰ। মিচৰ-কুঁৱৰী ক্লিয়পেট্ৰাৰ মোহিনীপাশত আবদ্ধ হৈ এণ্টনিয়ে নিজ কৰ্ত্তব্য পাহৰি গৈছিল। ৰোমীয় সেনাপতিসকলে নানান চেষ্টা কৰিও ক্লিয়পেট্ৰাৰ কবলৰ পৰা এণ্টনিক উদ্ধাৰ কৰিব নোৱাৰিলে; অৱশেহত ৰোমীয় সৈন্যৰ হাতত এণ্টনিয়ে প্ৰাণ হেৰুৱাব লগাত পৰে।

আহোম সেনাপতিসকল কিন্তু উপায়-বুদ্ধি-নোপোৱা বিধৰ মানুহ নাছিল। তেওঁলোকে ভাবিলে,—"ৰজায়ো

খাবৰ মন নকৰে, লোকজনো নৰিয়া পৰিল, খাবৰো কষ্ট হল। শত্ৰুৰ মাজ, কেতিয়া কি হয় ঠিক নাই, পৰচিত্ত অন্ধকাৰ।” ধনশিৰী বাহৰৰ পৰা স্বৰ্গদেৱক কেনেকৈ গড়গাওঁলৈ ওভোতাই নিব পাৰি তেওঁলোকে তাকে আলচি উদ্ধাৰৰ কাৰ্য্য-প্ৰণালী নিৰ্দ্ধাৰিত কৰিলে। সেইমতে কনচেং বৰপাত্ৰই বলিয়া ভাও ধৰি স্বৰ্গদেৱৰ বাহৰত জুই লগালে। বাহৰত জুই লগাত উথা-মুখা লাগিলত স্বৰ্গদেৱে দোলাত উঠি ওলাই আহিল। দুলীয়াকো আগৰে পৰা টিপ দি থোৱা হৈছিল। সিহঁতে দোলাৰে নি স্বৰ্গদেৱক নাৱত তুলি ধনশিৰীৰ সিপাৰ কৰিলে। পাৰ হৈ সকলো পাত্ৰ-মন্ত্ৰীয়ে স্বৰ্গদেৱক আচল উদ্দেশ্য বুজাই ক্ষমা-ভিক্ষা কৰিলে। তাৰ পাচত তুৰপাক বৰচেটিয়াক কছাৰীৰে সৈতে লেনদেন কৰিবলৈ মৰঙ্গিত থৈ স্বৰ্গদেৱ গড়গাওঁলৈ উভতি আহিল, আৰু গড়মাকো চাঙ্গলৈ তুলি কুঁৱৰী পাতিলে।

ইয়াৰ পাচত বীতমাণিক নবাব আৰু খুনখাং সেনাপতিয়ে গড়মাৰ কাৰণে মৰঙ্গিত থকা অসমীয়া গড়ত যুদ্ধ কৰিলে, আৰু অসমৰ সৈন্যৰ হাতত পৰাস্ত হৈ গৌড়েশ্বৰৰ ঠাইলৈ উভতি গল। তুৰ্ব্বকৰ সৈন্য অসমত থকা অৱস্থাত গৌড়ৰ পৰা কেবাজনো সেনাপতিয়ে অসম আক্ৰমণ কৰিছিল। প্ৰথমে আহিছিল বৰ-উজীৰ নামে এজন সেনাপতি, তেওঁৰ লগত আছিল এহেজাৰ অশ্বাৰোহী, বীতমাণিক নবাবো আহিছিল বৰ-উজীৰৰ লগত। কনচেং বৰপাত্ৰ আৰু থাও-

মুংকটক সেনাপতিয়ে বৰ-উজীৰৰ সৈন্যক মাৰি-খেদি বুৰিলৈ খেদাই পঠিয়ালে। তাৰ পাচত লুপুট নামে বঙাল সেনাপতি এজন আঢ়েকুৰি নাৱেৰে লুইতে ওলালহি। অসমৰ সৈন্যই লুপুটৰ সৈন্যক বেঢ়ি ধৰিলে। তাৰ পাচত টেমনিত উজীৰৰ লগত পুনৰ যুদ্ধ হল। উজীৰ আছিল মাটিৰ সৈন্যৰ সেনাপতি হৈ, আৰু বীতমাণিক আছিল নাৱত। কনচেং বৰপাত্ৰই উজীৰৰ সৈন্যক আক্ৰমণ কৰিলে, আৰু বীতমাণিক নবাবক কাটিলে; এনেতে বঙাল ভাগি পলাল। অসমৰ সৈন্যই পাচে-পাচে খেদি গৈ খাগৰিজানত ঠেকালেনি। এই ৰণতে অসমে বিস্তৰ ঘোঁৰা আৰু হিলৈ পালে।

ইয়াৰ কিছুদিনৰ পাচত কছাৰীৰ দলৈ-পাতৰ আদি মুখিয়াল মানুহ জনচেৰেক আহি দিহিঙীয়া স্বৰ্গদেৱক ৰজা এজন খুজিলে, বোলে,—“সৰগৰদেৱ, তুমি স্থাপনপতি হৈছা। আমাৰ গৰখীয়া নাই,—অনায়ক, বাণ্ডি। বাণ্ডিৰ বচন কোনেও আদৰ নকৰে। যাতো ৰজা নাই আমাক ৰক্ষা কৰিবৰ কাৰণে ৰজা লাগে।” পাত্ৰ-মন্ত্ৰীৰে আলচি স্বৰ্গদেৱে মদন কোঁৱৰক ৰজা পাতি কছাৰীৰ পৰা অহা মানুহৰ হাতত তেওঁক সমৰ্পণ কৰিলে, ৰজাৰ নাম থলে নিৰ্ভয়নাৰায়ণ। নতুন ৰজাক অসমৰ এটি কন্যাক বিয়া দি লগত পঠিয়ালে। স্বৰ্গদেৱে ৰজাক বিস্তৰ বস্তু উপহাৰ দিলে,—কেঁকোৰা-দোলা, হেংদান, ভলচা, সোণৰ খাৰু আৰু কেৰু, মুক্তাৰ হাৰ, সোণৰ কলহ, ৰূপৰ মাইহাং, শোৱা খাট, ভুলী, ফুলাম আঠুৱা ইত্যাদি।

ৰাজমাও গড়মাকো দহজনী বেটী আৰু দহোটা হাতী দি স্বৰ্গদেৱে অসমৰ মানুহৰ হতুৱাই নিৰ্ভয়নাৰায়ণ ৰজাক লখীন্দ্ৰপুৰত থোৱালেনি। তেতিয়াৰে পৰা কছাৰী ৰজাই মৰঙ্গিখোৱা বৰচেটিয়াৰ জৰীয়তে স্বৰ্গদেৱলৈ বছৰি কৰ-ভাৰ সোধাই আছিল। চঞ্চল চৰিত্ৰৰ তিৰোতাক আগৰ দিনত অসমীয়া মানুহে খাৰছাই বুলিছিল, সেইদেখি কছাৰী ৰজাক বিদ্ৰূপ কৰোঁতে কোৱা হৈছিল,—"থাপিত-সাঞ্চিত খাৰছাই বেটীৰ পো।"

কছাৰী যুদ্ধত লিপ্ত হৈ থকাৰ কাৰণে দিহিঙ্গীয়া স্বৰ্গদেৱে ইমানদিনে গৌড়ৰ সৈন্যৰ বিৰুদ্ধে ভালকৈ মন দিব পৰা নাছিল। তুৰ্ব্বকে কলে,—"আমাৰ জোঁৱাই কছাৰী ৰজাক মাৰিলে, আমাকো পালে আসামে শুদাই এৰিবনেকি?" দিহিঙ্গীয়া ৰজাই কলে,—"চুটিয়াৰ ৰাজ্য আমাৰ হল, হেড়ম্বেশ্বৰো আমাৰ বশ হল, এতিয়া তুৰ্ব্বকক মাৰোঁ কেনেকৈ?" তেতিয়া তুৰ্ব্বকে দিকৰঙ্গৰ পাৰত কোঠ বান্ধি আছিল। পাত্ৰ-মন্ত্ৰীৰে আলচ কৰি স্বৰ্গদেৱে তুৰ্ব্বকক মাৰিবলৈ সৈন্য পঠিয়ালে। সেনাপতি হৈ গল,—ফাচেনমুং বৰগোহাঁই, কনচেং বৰপাত্ৰগোহাঁই আৰু কাকু বুঢ়াগোহাঁই। তেওঁলোকৰ লগত গল স্বৰ্গদেৱৰ চাৰিজনা কোঁৱৰ,—চুক্লেনফা তিপাম ৰজা, চুলেং চাৰিংৰজা, চুতেং নামৰূপীয়া ৰজা, আৰু চুখৰেং সৰুজনা গোহাঁইদেও। ইয়াৰ ভিতৰত ফাচেনমুং বৰগোহাঁয়ে চুটিয়া ৰণত বিশেষ কৃতিত্ব দেখুৱাইছিল।

সেনাপতি হৈ কছাৰীৰে সৈতে ৰণ কৰাত তেওঁৰ বিক্ৰম আৰু ৰণ-কৌশলৰ পৰিচয় পাই কছাৰীয়ে কৈছিল—“এতিয়াহে যুদ্ধৰ চৰ্দ্দাৰ পালেহি।” কনচেং বৰপাত্ৰৰ গাত ৰজাৰ তেজ আছিল, তেৱেঁই অসমৰ সৰ্ব্বপ্ৰথম বৰপাত্ৰ গোহাঁই। চুক্লেনফা তিপাম ৰজাই পাচলৈ সিংহাসনত বহে, গড়গাঁৱত বাহৰ কৰি থকাৰ কাৰণে কৌঁৱৰালি কালৰে পৰা মানুহে তেওঁক গড়গঞা ৰজা বুলিবলৈ ধৰে।

দিকৰাইৰ পাৰত তুৰ্ব্বকৰ সৈন্যৰে অসমৰ সৈন্যৰে ভেটা-ভেটি হল, তাতে দুয়োৰে তয়াময়া ৰণ লাগিল। বঙ্গালৰ সৈন্যই ঘোৰাত উঠি হিলৈ-কাঁড় মাৰি অসমীয়া সৈন্যক ঘালিবলৈ ধৰিলে। গড়গঞা ৰজাই ধনশিৰী পাৰ হৈ কচোৱাত তুৰ্ব্বকৰ সৈন্যক আক্ৰমণ কৰিলে। সেই যুদ্ধত অসমীয়া সৈন্যই বিশেষ একো কৰিব নোৱাৰিলে, কাৰণ তুৰ্ব্বকৰ সৈন্যৰ হাতত আছিল আগ্নেয়াস্ত্ৰ হিলৈ, অসমীয়াৰ হাতত আছিল মাত্ৰ ধেনু-কাঁড় আৰু দা-যাঠি। তুৰ্ব্বকে খেদি আনি অসমৰ সৈন্যক কপিলী-গঙ্গাত পেলালেনি।*

* কপিলী-গঙ্গা।—এখন বুৰঞ্জীত আছে,—“দক্ষিণকোলে দিখৌ নদীৰ নিকটত বশিষ্ঠ ঋষি আছিল, এতেকে দিখৌক বাশিষ্ঠ গঙ্গা বোলে। আৰু কলঙ্গ নদীৰ দক্ষিণকোলে পৰ্ব্বতৰ নিকটত কপিল ঋষি আছিল, তাৰ পৰা কপিলী নদী আহি কলঙ্গত পৰিছে, এতেকেহে ঋষিৰ নামে নদীক কপিলী-গঙ্গা বোলে। আত স্নান-দান ঘটে; দিখৌ নদীত শাপ আছে, এতেকে নঘটে।”

গড়গঞা ৰজাৰ ভৰিত কাঁড় লাগিল। ৰঙ্গাচিলা ফুকনৰ প্ৰবৰ বৰপানীয়ে কোঁৱৰক কান্ধত তুলি আনি বাহৰত থলেনি, লগত চটিয়া-খৰঙ্গিৰ সনাতন ভূঞাও আছিল। গড়গঞা ৰজা ঘা শুকুৱাবৰ নিমিত্তে উজাই আহিল। সেই ৰণত কাকু বুঢ়াগোহাঁই আৰু চুলেং চাৰিং-ৰজা নিহত হল; আৰু নিহত হল যুদ্ধৰ ঘাই ধৰণি ফাচেনমুং বৰগোহাঁই। স্বৰ্গদেৱৰ পৰা সুণীয়া হেংদান উপহাৰ পাই ৰণলৈ যোৱা আঠজন আহোম সেনাপতিয়ে কপিলী-গঙ্গাৰ যুদ্ধত প্ৰাণ বিসৰ্জ্জন দিলে।

জুন ১৯৫০ চন।

---

# মূলা গাভৰু

কপিলী-গঙ্গাৰ যুদ্ধত প্ৰাণ-হেৰুৱা ফাচেনমুং বৰগোহাঁয়েই হৈছে বীৰাঙ্গনা মূলা গাভৰুৰ স্বামী। গোহাঁইৰ মৃত্যু-বাৰ্ত্তা শুনি গাভৰু মৰণাস্তিক হল। তেওঁ সন্তাপ কৰিবলৈ ধৰিলে যে তেওঁৰ ত্ৰুটিতহে গোহাঁয়ে যুদ্ধক্ষেত্ৰত প্ৰাণ এৰিব লগাত পৰিল।

আগৰ দিনত অসমীয়া যুঁজাৰুৱে কবচ কাপোৰ গাত পিন্ধি ৰণলৈ যোৱাৰ প্ৰথা আছিল। এই বস্ত্ৰ শৰীৰত থাকিলে পিন্ধোতাজনক দা-যাঠি গুলি-কাঁড় এইবোৰৰ আঘাতে একো কৰিব নোৱাৰে। কবচ কাপোৰৰ বৰ্ণনা এখন বুৰঞ্জীত এইদৰে আছে,—"মা-নিশা ৰাতি কপাহ নেওঠি পাঁজি কাটি ৰাতি নৌপুৱাওঁতেই বৈ উলিয়াব লাগে, তাকে আহোম মতে মন্ত্ৰেৰে লব, তাকে শাস্ত্ৰত কবচ কাপোৰ বোলে।" আন এখনত আছে,—"কাপোৰৰ লক্ষণ শুনা, মা-নিশা ৰাতি কপাহ নেওঠিব, পাঁজি কৰিব, সূতাও কাটিব, কাপোৰো বব, ৰাতি নৌপুৱাওঁতেই কাপোৰো ওলাব, সেই কাপোৰ আহোম শাস্ত্ৰনিয়মে ৰণলৈ ভাল।"

ফাচেনমুং বৰগোহাঁয়ে যুদ্ধলৈ যাবৰ সময়ত ভাৰ্য্যা বজা-জী মূলা গাভৰুক ওপৰত কোৱা কবচ কাপোৰ খুজিলে। তেতিয়া গাভৰুৰ দিন সামান্য আছিল, অৰ্থাৎ তেওঁ বিধুতি

আছিল, সেইদেখি তেওঁ কবচ কাপোৰ বৈ দিব নোৱাৰিলে। কবচ কাপোৰ নোহোৱা দেখি গাভৰুৱে গোহাঁইক তুতি-মিনতি কৰি কলে,—"বঙ্গহৰ দেও, এতিয়া ৰণলৈ যাব নালাগে, দিনদিয়েক বাট চাওক, মই কাপোৰ বৈ ৰণলৈ যোৱাৰ পৰত আপোনাক দিব পাৰিম।" ইপিনে যুদ্ধ-যাত্ৰাৰ কাৰণে সৈন্য-সেনাপতি ঘোৰা-হাতী নাও-নাওৰা সকলো তৈয়াৰ, গতিকে গোহাঁইদেৱে গাভৰুৰ বাধা মানিব নোৱাৰিলে, তেওঁ কবচ কাপোৰ নোহোৱাকৈয়ে ৰণলৈ ওলাল। বাটত যাওঁতে হাতীৰ ওপৰতে গোহাঁইদেৱে কুকুৰা-ঠেঙ্গৰে মঙ্গল চোৱালে, তাতো ভাল নাপালে। সেইদৰে বিনকবচে যুদ্ধ কৰি কপিলী-গঙ্গাৰ ৰণত তুৰ্ব্বকৰ সৈন্যৰ হাতত আহোমৰ বৰসেনাপতি ফাচেনমুং বৰগোহাঁই নিহত হল।

স্বামীৰ মৃত্যুবাৰ্ত্তা শুনি মূলা গাভৰু বিতত হল। তেওঁ বহু খেদ কৰি ভাবিবলৈ ধৰিলে, বোলে,—"মই সময়মতে কবচ কাপোৰ বৈ দিব নোৱাৰাতহে মোৰ বঙ্গহৰদেওৰ এনে দশা হল। যি ৰণত গোহাঁইদেৱে প্ৰাণ এৰিলে ময়ো সেই ৰণলৈ গৈ প্ৰাণৰ মায়া এৰি যুঁজ কৰিম। হয়তো ৰণ জিনি তুৰ্ব্বকৰ সৈন্যক অসমৰ চাৰিধাপত সোমাব নোৱাৰাকৈ খেদি পঠিয়াম, নাইবা ময়ো ৰণত পৰি স্বামী যোৱা পথেদি স্বৰ্গলৈ যাম।" এই বুলি গাভৰুৱে ৰণলৈ যাবলৈ থিৰ কৰিলে। গাভৰুৰ লগত ডা-ডাঙ্গৰীয়াৰ ঘৈণী পাঁচগৰাকী ওলাল, তেওঁ-লোকে এখন এখন কেঁকোৰাদোলাত উঠি গল। ইয়াৰ

উপাধি, আন আইদেওসকলো ওলাল ৰণ কৰিবলৈ। "মোৰ বঙ্গহৰদেৱে কবচ কাপোৰ পিন্ধিবলৈ নাপাই ৰণত প্ৰাণ হেৰুৱালে," এই বুলি কবচ কাপোৰ নিপিন্ধি নাংজিন নামে হাতীত উঠি মূলা গাভৰু ৰণলৈ ওলাল। সেই সময়ত কনচেং বৰপাত্ৰ আৰু গড়গঞা ৰজা খলাত গড় বান্ধি সাৱধান হৈ আছিল।

যথাসময়ত মূলা গাভৰু আৰু তেওঁৰ লগত যোৱা নাৰী-সেনানী যুদ্ধক্ষেত্ৰত থিয় হল। তুৰ্ব্বকৰ সৈন্যৰ লগত গাভৰুৱে ঢাল-তৰোৱাল লৈ ঘোৰাত উঠি বীৰ-বিক্ৰমে যুঁজ কৰিবলৈ ধৰিলে। কিন্তু কোমলাঙ্গী অবলা তিৰোতা, তাতে আকৌ ৰজাৰ জীয়েক, কাৰেঙ্গত আলফুলভাৱে ডাঙৰ-দীঘল হৈছে, স্বামী বৰগোহাঁইৰ ঘৰতো লিগিৰা লিগিৰীৰ সেৱা-শুশ্ৰূষাত মহাসুখে কাল কটাইছে, এনেহেন ডাঙৰীয়ানীয়ে নিৰ্ম্মম ৰণক্ষেত্ৰত অকল মনোবলৰ সহায়েৰে কি কৰিব পাৰে? সেইদেখি তুৰ্ব্বকৰ অস্ত্ৰৰ আঘাতত মূলা গাভৰুৱে সম্মুখ-সমৰত প্ৰাণ এৰিলে। কেঁকোৰা-দোলাত উঠি ৰণ কৰা পাঁচগৰাকী ডাঙৰীয়ানীও যুদ্ধত নিহত হল । গাভৰু পৰিবৰ দেখি কনচেং বৰপাত্ৰই অনেকজনক গদিয়াই যুদ্ধলৈ আগবঢ়াই দিলে, আৰু আপুনিও হাতীত উঠি ৰণুৱা মানুহৰ লগত আগবাঢ়ি শত্ৰুসেনাক ধৰিলেগৈ।

কপিলী-গঙ্গাৰ যুদ্ধৰ সময়ত দিহিঙ্গীয়া ৰজাও খলাৰ গড়ত আছিল। তুৰ্ব্বকৰ সৈন্যক মাৰি-কাটি অসমৰ পৰা খেদাবলৈ স্বৰ্গদেৱে বিস্তৰ আয়োজন কৰিলে, আৰু সকলো প্ৰয়োজনীয়

ঠাইত ভাল চাই সেনাপতি থলে। এই যুদ্ধতো অসমীয়া সৈন্য ৰণজয়ী হব নোৱাৰিলে। বুৰঞ্জীত বৰ্ণোৱা এই দৃশ্য বাৰম্বাৰ ঘটিবলৈ ধৰিলে,—"এনেতে বঙ্গালে আমাৰ খলাৰ গড় বেড়ি ঘৰত জুই লগাই তিনি বেওঁ পুৰিলে। পাচে আমাৰ লোকে তপত পানী ঢালিলে। বঙ্গালৰ গাত পৰি পানী ফুছুৰা বান্ধি চাল নিকটি গল। বঙ্গালে তত নাপাই লৰ মাৰি পানীত পৰিলগৈ। পাচে সিহঁতে বৰছিলৈ চেঙ্গাহিলৈ মাৰিবলৈ ধৰিলে, আমাৰ লোক কোঠত ৰল। আমাৰ লোকে হাতীয়েৰে ধৰিলে, বঙ্গালে বৰছিলৈ চেঙ্গাহিলৈ মাৰিলে। আমাৰ লোকে সহিব নোৱাৰি ভাগিল।" হিলৈৰ সম্মুখত ধেনুকাঁড়ে একো কৰিব নোৱাৰিলে।

তাৰ পাচত গৌড়ৰ পৰা হুচন-খাঁ নামে নবাব এটা আহি তুৰ্ব্বকক ভৰ দিলেহি। দিকৰাই পাৰত এখন ডাঙৰ যুদ্ধ হল, সেই ৰণত অসমীয়া সৈন্যই তুৰ্ব্বকৰ হুচন-খাঁ নবাবক কাটিলে। এই ৰণত অসমীয়াই সোণ এপেৰা, আৰু বৰছিলৈ আৰু খোকাহিলৈ বিস্তৰ পালে। এইদৰে তিনি বছৰ ধৰি যুদ্ধ চলিল। তুৰ্ব্বকৰ সৈন্যসামুহ দিকৰাই দুইমুনিশিলা কলিয়াবৰ খাগৰিজান আদি ঠাইত বিয়পি পৰিল। এনেহে অনুমান হল যেন তুৰ্ব্বকে অসমতে সৈন্যবাহিনীৰে সৈতে খুটি পুতি ৰব।

এনে অৱস্থাত সেনাপতি কনচেং বৰপাত্ৰই স্বৰ্গদেৱক বুজাই কলে, বোলে,—"আজি তিনি বছৰ ধৰি বঙ্গালক কোনোপধ্যে খেদাব নোৱাৰিলোঁ। আমাৰ লোকজন

ডা-ডাঙ্গৰীয়া অনেক পৰিল। যুদ্ধ কৰি তুৰ্ব্বকক মাৰিব নোৱাৰি, মিত্ৰ কৰিহে যদি তাক মাৰিব পাৰোঁ।” তাৰ পাচত কনচেং বৰপাত্ৰই তুৰ্ব্বকলৈ ভিতৰি কথা দিলে যে যুদ্ধত জয়লাভ কৰিব নোৱাৰাৰ কাৰণে স্বৰ্গদেৱে তেওঁক মাৰিব খুজিছে, মিত্ৰভাৱে যদি, তেওঁক তুৰ্ব্বকে আশ্ৰয় দিয়ে তেওঁ তুৰ্ব্বকৰ লগত থাকিব পাৰে। এই প্ৰস্তাৱত তুৰ্ব্বক মান্তি হোৱাত কিছুমান বৰা-বুকক লগত লৈ কনচেং বৰপাত্ৰ ডাঙ্গৰীয়া তুৰ্ব্বকৰ বাহৰত সোমাল। এওঁলোকে ভাৰবাৰিত শেল সুমুৱাই নিছিল, আৰু পাটী আৰু গাৰুৰ সান্ধিত দা সুমুৱাই নিছিল। এদিনা ৰাতি কনচেং বৰপাত্ৰই তুৰ্ব্বকেৰে কথাবাৰ্ত্তা হৈ থাকোঁতে ছল চাই তুৰ্ব্বকক খুচি মাৰিলে, লগৰ বৰা-বুককে তুৰ্ব্বকৰ গা-ৰখীয়া সৈন্যক কাটিবলৈ ধৰিলে। সেনাপতিৰ মৃত্যু হোৱাত বঙ্গাল সৈন্যই গা এৰা দি দিহাদিহি পলাল। এখন বুৰঞ্জীত আছে,—“গাভৰু পৰিবৰ দেখি বৰপাত্ৰ গোহাঁয়ে অনেকজনক গদিয়াই লগাই দিলে, আপুনিও হাতীত উঠি ৰণুৱালোকৰ লগত আগবাঢ়ি ধৰিলেগৈ। পাচে তুৰ্ব্বকে টান মাইৰ দেখি ভয় হৈ পাগুলিব নোৱাৰি ভঙ্গ হৈ ৰণ এৰি সকলো লৰ মাৰিলে। আমাৰ লোকে পাচে-পাচে খেদি নি বিস্তাৰ কাটিলে, বহুত লোক ধৰিও আনিলে।” এই যুদ্ধত অসমীয়াই হাতী-ঘোৰা হিলৈ বিস্তৰ পালে। চাৱালৈ নামে তুৰ্ব্বকৰ কন্যা এটি আছিল, সেই কন্যাক দিহিঙ্গীয়া ৰজাই কুঁৱৰী কৰি ললে।

এইদৰে ফাচেনমুং বৰগোহাঁই আৰু তেওঁৰ ভাৰ্য্যা মূলা গাভৰুক বধ-কৰোঁতা তুৰ্ব্বকৰ প্ৰাণনাশ ঘটিল, আৰু অসমে বিদেশীৰ পৰাভৱৰ আশঙ্কাৰ পৰা মুক্তি লাভ কৰিলে। স্বৰ্গদেৱৰ আজ্ঞামতে চৰাইদেও পৰ্ব্বতৰ ওপৰত তুৰ্ব্বক আৰু হুচন-খাঁৰ মূৰ দুটাৰে মুণ্ডমালা বান্ধি থোৱা হল। তুৰ্ব্বকৰ যুদ্ধৰ সামৰণি হয় ১৪৫৪ শকত, বা ১৫৩২ খৃষ্টাব্দত। এই যুদ্ধৰ পাচত কাজলীলৈকে আহোম ৰাজ্যৰ সীমা বিস্তৃত হল।

সেই সময়ত কমতেশ্বৰ ৰজা দিহিঙ্গীয়া স্বৰ্গদেৱৰ শৰণাগত হৈ আছিল। তুৰ্ব্বকক মৰাৰ পাচত কমতেশ্বৰক নিজৰাজ্যত সংস্থাপিত কৰিবৰ নিমিত্তে স্বৰ্গদেৱে নাও-নাওৰা সৈন্য-সামন্ত পঠিয়ালে, সেনাপতি হৈ গল চুক্লেন-ফা গড়গঞা ৰজা আৰু ফাচেনমুং বৰগোহাঁইৰ পুত্ৰ চনথাম ঘৰ-সন্দিকৈ। তেতিয়া কমতা ৰাজ্যৰ সীমা আছিল পশ্চিমে কৰতোয়া আৰু পূবে বৰনদী। অসমৰ সৈন্য-সেনাপতি উত্তৰকোলে দক্ষিণকোলে গৈ কামৰূপ ৰাজ্য বশ কৰি ললে। তাৰ পাচত অসমৰ সেনাই যুগীঘোপাত নগৰ কৰি তাতে কোঁঠ দি থাকিল। এই বাহৰৰ পৰা দিহাদিহি সৈন্য-সেনাপতি পঠোৱা হল। একৌজ সৈন্যই কমতা ৰজাক সিংহাসনত বহুৱালেনি। তাৰ পাচত বঙ্গালক মাৰি-ধৰি প্ৰচণ্ড প্ৰতাপ দেখুৱাই গড়গঞা ৰজাই কৰতোয়া ললেগৈ। আৰু কনচেং বৰপাত্ৰগোহাঁই ডাঙৰীয়াই কৰতোয়া-গঙ্গাত থাণ্ডা পখালি তাৰ কোৰত পুখুৰী খানি এটা দৌল বান্ধিলে। তাৰে পৰা অসমৰ হুজন

চেতিয়াই এহাজাৰ সৈন্য লগত লৈ গৌড়েশ্বৰৰ ঠাইলৈ গৈ বাদশ্বাহক সুধিলে, বোলে,—"বাদশ্বাহে যুদ্ধকে কৰেনে, কন্যা দি সৌমাৰেশ্বৰ স্বৰ্গদেৱৰে সৈতে মিত্ৰতা স্থাপন কৰে ?" অসমৰ বিক্ৰম-পয়োভৱৰ কথা শুনি গৌড় বাদশ্বাহে ভাবিলে, বোলে,—"প্ৰথমে প্ৰীতিগোটহে শ্ৰেয়। কন্যা হলে য'তে-ত'তে দিবহে লাগে। বিশেষতঃ, সৌমাৰেশ্বৰ মহাৰাজাক যদি মই জোঁৱাই পাওঁ তাতোকৈ ডাঙৰ কথা কি হব পাৰে ?" এই বুলি হাৰমতী খানবিবি আৰু দাৰমতী খানবিবি এই দুই কন্যাক স্বৰ্গদেৱলৈ উপহাৰ দি অসমৰে সৈতে মিত্ৰ হল। কন্যাৰ লগতে যৌতুক দিলে দাস-দাসী বস্ত্ৰ-সম্ভাৰ হাতী-ঘোৰা অনেক; আৰু কামৰূপ ৰাজ্যৰে সৈতে এই পাঁচখন পৰগণাও লগতে দিলে,—ঘোৰাঘাট, কৰিয়াবাদ, এথাৰেসেন্দুৰ, পথুৰীয়া আৰু পাতিলজহা। সেই সময়ত কমতেশ্বৰেও স্বৰ্গদেৱলৈ দিলে এক কন্যা।

স্বৰ্গদেৱৰ মানুহে গৌড়ৰাজ্যৰ মাজেদি গৈ উৰিষ্যা সোমাই তাৰ ৰজা পুৰুষোত্তম গজপতিৰ পুত্ৰ বিক্ৰমসেনৰ ওচৰ পালেগৈ। চনথাম ঘৰ-সন্দিকৈয়ে বিক্ৰমসেন ৰজাৰ সহায়েৰে জগন্নাথৰ ঠাকুৰ দৰ্শন কৰি স্বৰ্গদেৱৰ হৈ দ্বাৰভাঙ্গাত সামান্য পুখুৰী এটা খানি ইটাৰ পাৰ বান্ধি উচৰ্গা কৰিলে।

কমতা ৰাজ্যত তেতিয়া পুনৰ বিপ্লৱ উপস্থিত। আগৰজনা কমতেশ্বৰৰ মৃত্যু হোৱাত তেওঁৰ পুতেক দুৰ্লভেন্দ্ৰ ৰজা হল; তেওঁক মাৰি কিছুৱা ৰজা হল; দুৰ্লভেন্দ্ৰৰ পুত্ৰ সুচাৰুচান্দ

সাক্ষী মাত্র হৈ থাকিল। এই ছেগতে হাবিয়া মণ্ডলৰ পুতেক বিশুৱে পাঁচখন গাওঁ মাৰি বশ কৰি ৰজা নাম ললে। স্বৰ্গদেৱৰ মানুহে কন্যা-যৌতক লৈ গৌড়ৰ পৰা উভতি আহোঁতে বিশ্বসিংহই সোণ এচক আৰু ভোটান্তৰ অপূৰ্ব্ব বস্তু আনি গড়গঞা ৰজা আৰু চনখাম ঘৰ-সন্দিকৈক ভেটি স্বৰ্গদেৱৰ সহায় আৰু খনচেৰেক গাওঁ ভিক্ষা কৰিলে। ৰাজ্যবৃদ্ধিত স্বৰ্গদেৱৰ ইচ্ছা নাই হেন জানি চনখাম ঘৰ-সন্দিকৈ আৰু গড়গঞা ৰজাই গৌড়েশ্বৰে যৌতুকত দিয়া পাঁচখনি ঠাই বিশ্বসিংহক দি কলে, বোলে,—"গৌড় বাদশ্বাহে কন্যাৰ যৌতুক সোণকোহ সীমা কৰি কামৰূপ ঢেকেৰি দিছে, সেই ৰাজ্য তোমাক দিলোঁ। স্বৰ্গদেৱলৈ বছৰি কৰ-ভাৰ দি থাকিবা। আমিও স্বৰ্গদেৱৰ চৰণত তোমাৰ অৰ্থে প্ৰাৰ্থনা কৰি ভালৰূপে থাপি-সাক্ষি থম।" এই কথা পাচলৈ স্বৰ্গদেৱে শুনি বিশ্বসিংহলৈ জনাই পঠিয়াইছিল,—"মোলৈ প্ৰাৰ্থনা কৰি পঠাইছে, মই তাক ৰাখিম। কমতেশ্বৰে চাৰিদুৱাৰৰ পৰা বেহাৰলৈ যি দেশ মোৰাই লৈছে তাতে ময়ো আজ্ঞা কৰি ৰজা পাতিছো। তাতে দেশ প্ৰতিপালন কৰি আমাক মাপাহৰি থাকিব। কিন্তু যেতিয়া সিহঁতৰ বিপত্তি হয় আমালৈ জনাই পঠাব, মই তাক ৰাখিম।" তেতিয়াৰে পৰা কোচৰ ৰজা স্বৰ্গদেৱৰ থাপিত-সাক্ষিত বুলি পৰিগণিত হল। বিশ্বসিংহই কমতা-অধিপতি নাম লৈ ৰজা হোৱাত পূৰ্ব্বৰ কমতা ৰজাই ভয় খাই আপোনাৰ কিছু সৈন্য-পদাতি লৈ ৰাজ্য এৰি কছাৰী

দেশত সোমালগৈ। গড়গঞা ৰজাই উজাই আহোঁতে কমতা ৰাজ্যকো "মোৰ মিত্ৰ ৰজাৰ দেশ" বুলি উত্তৰকোলে মোৰাই আহিল।

যথাসময়ত কন্যা যৌতুক আনি গড়গঞা ৰজা আৰু চনখাম ঘৰ-সন্দিকৈয়ে দিহিঙ্গ নগৰত স্বৰ্গদেৱক যোগালেনি, আৰু স্বৰ্গদেৱক জগন্নাথ ঠাকুৰ, গৌড় বাদচাহ আৰু বিশ্ব-সিংহৰ বিষয়ে সকলো কথা বিবৰি কলে। স্বৰ্গদেৱে সন্তুষ্ট হৈ চনখাম ঘৰ-সন্দিকৈক বৰ-আজাম খিতাপ দিলে, আৰু পুতেককো বহুত প্ৰশংসা কৰিলে। তুৰ্ব্বকৰ ৰণ আৰু গৌড়-বিজয়ৰ পাচত অসমৰ হাতত পৰিল ৮০০ কামায়ন হিলৈ, আৰু বিস্তৰ কাঁহ-পিতল, ঢাল, খাৰ-বাখৰ, ৰূপ আৰু যুদ্ধৰ নাও। হিলৈ-বিছা আদি শিকাবলৈ গৌড় দেশৰ পৰা মৰিয়া আৰু কৈবৰ্ত্ত মানুহ আহিল। বুৰঞ্জীত আছে,—"সেই সময়ৰ পৰাহে হিলৈ হ'ল। হিলৈ আদি আনো চলুৱা বিছা সেইকালৰ পৰাহে ওলাল। পূৰ্ব্বে এই দেশত হিলৈ নাই।"

গৌড় বিজয় কৰি দেশলৈ উভতি অহাৰ সময়ৰ পৰা দিহিঙ্গীয়া ৰজা আৰু পুতেক গড়গঞা ৰজা দুয়োৰে ভিতৰতে মনোমালিন্য ঘটিবলৈ ধৰিলে। তুৰ্ব্বকৰ স্ত্ৰী চাৰালৈ, কছাৰী ৰজাৰ কুঁৱৰী তিনি গৰাকী, গৌড়ৰ পৰা অনা কন্যা, আৰু কমতেশ্বৰে দিয়া কন্যাক গড়গঞা ৰজাই নিজে কুঁৱৰীকৈ লব খুজিছিল, কিন্তু বাপেক স্বৰ্গদেৱে সেই গাভৰু কেগৰাকীক

নিজলৈ বুলি বাখিবলৈ বিচাৰিলে। আৰু গৌড়েশ্বৰৰ কন্যা ভুগবাকীক কিছুদিন স্বৰ্গদেৱক নেদেখুৱাকৈ গড়গঞা ৰজাই লুকাই থৈছিল। "গৌড়েশ্বৰে কন্যা মোলৈহে দিছে, সি সব নাপায়," এই বুলি স্বৰ্গদেৱে পুতেকৰ ঠাইৰ পৰা হাৰমতী দাৰমতীক নিজৰ লগলৈ নিলে। এয়ে এক বিবাদৰ কাৰণ।

আৰু স্বৰ্গদেৱে সোণাৰীৰ জীয়েকক বৰকুঁৱৰী পাতি লৈছিল। বাপেকে গড়গঞা ৰজাক মাতি পঠায়, তথাপি তেওঁ নাহে। এদিন বৰকৈ মাতি পঠোৱাত জানিবা আহিল। আহি দেখে বাপেক স্বৰ্গদেৱে সোণাৰীৰ জীয়েকৰ কোঁৱৰটিক কোলাত লৈ ৰদ লৈ আছে, ওচৰতে সোণাৰী জী আইকুঁৱৰীও বহি আছে। তাকে দেখি গড়গঞা ৰজাই কলে,—"সোণাৰীৰ জীয়েকক কিৰূপে সেৱা কৰিম?" এই বুলি খং কৰি গুচি আহিল। বিবাদৰ ইয়ো এক কাৰণ।

এদিনা ৰজাদেৱে বহাগৰ বিহুত ডাণ্ডৰীয়াসকলেৰে কুকুৰা যুজাই থাকোঁতে কলে,—'যদি গোহাঁইবোৰৰ কুকুৰা জিকে মোৰ জীয়াৰী, গোহাঁইবোৰৰ পুতেকলৈ দিম। আৰু যদি মোৰ কুকুৰা জিকে তেনেহলে গোহাঁইবোৰৰ জীয়াৰী মোৰ লৰাহঁতলৈ দিব।" ইয়াকে শুনি গড়গঞা ৰজাই কলে,— "আপদেৱলৈকে নাটে, আমাৰ কথা কলে কি হব?" এই কথা শুনি স্বৰ্গদেৱে ফাকৰ পৰা হেংদান উলিয়াই কাটোঁ বুলি উঠিল, পুতেক গড়গঞা ৰজাও উঠিল। পাচে গোহাঁই-বোৰে কন্দল ভাঙ্গিলে। বিবাদৰ ইয়ো এটা কাৰণ।

মনত বেজাৰ পাই গড়গঞা ৰজাদেৱে অস্ত্ৰ-শস্ত্ৰ মাম্নুহেৰে সাৱধান হৈ দিহিঙৰ পৰা গৈ লেচাঙত নগৰ কৰি থাকিল। গড়গঞা ৰজা এইদৰে স্বতন্ত্ৰ হোৱা দেখি স্বৰ্গদেৱে দিহিঙৰ পৰা লেচাঙলৈ খেদি আহিল। গড়গঞা ৰজাই ভাবিলে, বোলে,—“কন্দলৰ ভয়ে মই আঁতৰি আহিছোঁ, তথাপি মোক খেদি আহে! মই কন্দল নকৰোঁ।” এই বুলি গড়গঞা ৰজাই ঘৈণীয়েকহঁতক অস্ত্ৰ-শস্ত্ৰ দি শহুৰেক স্বৰ্গদেৱৰ সম্মুখলৈ পঠালে; বোৱাৰীয়েকহঁতৰ লগত যুদ্ধ কৰা অকাৰ্য্য হব বুলি জানি স্বৰ্গদেৱে উলটি দিহিঙলৈ গল। খেনোৰ মতে গড়গঞা ৰজাই ভাই-পো ভতিজাসকলক অস্ত্ৰ-শস্ত্ৰ দি পিতৃ-ৰজাৰ সম্মুখে পঠিয়াইছিল। ৰজাই আত্মীয়জনৰ বিৰুদ্ধে অস্ত্ৰ লোৱা ভাল নহয় বুলি ৰণ এৰি দিহিঙলৈ গুচি গল। এইদৰে বাপেক-পুতেকৰ কন্দল বাঢ়ি অহাত গড়গঞা ৰজাই ৰাতমাল নামে কছাৰী লেহেতীয়া এটাক স্ত্ৰীবেশ পিন্ধাই চাঙলৈ পঠিয়াই দুপৰনিশা বাপেকক ছুৰীৰে খুচি মৰালে। বাপেকক মাৰি গড়গঞা ৰজাই সিংহাসনত বহি নাম ললে চুক্লেনমুং, এওঁ গড়গঞা ৰজা নামেহে প্ৰখ্যাত হল। ৰজা হৈ ৰাতমাল লেহেতীয়াক কলে, বোলে,—“তোক মই এনেয়েহে কৈছিলোঁ, তই পিতৃবধ হেন ইমান ডাঙৰটো কথা কিয় কৰিলি?” এই বুলি লেহেতীয়াক বিশ্বাস নাই হেন ভাবি ৰাজ্যৰ সকলো লেহেতীয়াক চপাই আনি গড়গঞা ৰজাৰ আজ্ঞাৰে বধ কৰা হল।

জুলাই, ১৯১০ চন।

---

# শান্তিকন্যা ৰাধিকা আৰু তেলীয়া-পত্নী

আগৰ দিনৰ অসমীয়া তিৰোতাই যেনেকৈ বীৰ-বিক্ৰমে যুদ্ধ কৰিব পাৰিছিল, তেনেকৈ তেওঁলোক পতিব্ৰতাধৰ্ম্ম পালনতো অদ্বিতীয়া আছিল। অলৌকিক শক্তি-সম্পন্না দুগৰাকী শান্তিকন্যাৰ কথা অসমৰ প্ৰাচীন কাহিনীত পোৱা যায়। প্ৰথম গৰাকী হৈছে পূৰ্ণানন্দৰ ভাৰ্য্যা সতী ৰাধিকা, আৰু দ্বিতীয় গৰাকী হৈছে এজনা তেলীয়াৰ পত্নী।

টেম্বুৱানী জানেদি ব্ৰহ্মপুত্ৰৰ পানী সোমাই বৰদোৱা অঞ্চলৰ অনেক ঠাই ডুব নিয়াইছিল। জানটো গাৱঁৰ বাহিৰে ভেঁটা দি আন এফালে খাল খানি পানী বোৱাই বানপানী সোমাবৰ বাট মাৰিবৰ কাৰণে ভূঞাসকলে চেষ্টা কৰিবলৈ ধৰিলে। ইয়াৰ প্ৰধান কাৰ্য্যকাৰক আছিল শিৰোমণি ভূঞা মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰগুৰু নিজেই। ভূঞাৰ আদেশত চামধৰাৰ পৰা কপিলীলৈকে, অৰ্থাৎ কলিয়াবৰৰ পৰা বহালৈ, সকলো মানুহে জান ভেঁটা দিয়া কামত লাগি গল, কিন্তু কোনোপধ্যে মাটি নৰল। এনে সময়ত মহাপুৰুষে নিশ্চয় কৰিলে যে এগৰাকী শান্তিকন্যাৰ হতুৱাই ভেঁটাত মাটি পেলাব পাৰিলে জানবন্ধা কাম সুসাধ্য হব। ভূঞাৰ মানুহে শান্তিকন্যা বিচাৰি গাওঁ চলাথ কৰিলে, কিন্তু ক'তো প্ৰকৃত শান্তিকন্যা বিচাৰি পোৱা নগল। যি

এগৰাকী-দুগৰাকী তিৰোতাই শান্তি বুলি আগবাঢ়িছিল তেওঁলোক প্ৰমাণত উঠিব নোৱাৰি উভতি গল। তাৰ পাচত পূৰ্ণানন্দৰ ভাৰ্য্যা ৰাধিকাক মহাপুৰুষৰ মানুহে কোনো প্ৰবন্ধে বিচাৰি পাই তেওঁক শান্তি বুলি মহাপুৰুষৰ আগলৈ লৈ গল। গুৰুৰ আদেশমতে ৰাধিকাই শুচি-সংযমী হৈ ব্ৰতে-উপবাসে থাকি পিচদিনা স্বামী সহিতে জানবন্ধা বাইজৰ ওচৰলৈ গল। শঙ্কৰগুৰুৱে কলে,—“ৰাধিকা, তুমি যদি সত্যে শান্তিকন্যা হোৱা তেন্তে তুমি তোমাৰ সতীত্বৰ প্ৰমাণ দিব লাগিব। তুমি এটা পল'ত ভৰাই ব্ৰহ্মপুত্ৰৰ পানী আনিব লাগিব। যদিহে তুমি সতী তেন্তে তুমি সহস্ৰ বিন্ধা থকা পল'তো পানী ভৰাই আনিব পাৰিবা, তেতিয়া তোমাক সতী-শান্তি বুলি জগতে জানিব।”

ৰাধিকাই স্বামীগুৰুৰ চৰণ চিন্তি পানীলৈ নামি পল'ত পানী ভৰাই বামলৈ উঠি বাইজৰ আগত ওলালহি। সকলোৱে এই অলৌকিক কাণ্ড দেখি হৰিধ্বনি কৰিবলৈ ধৰিলে, কিন্তু পল'ত চাৰি-আঙ্গুলমান পানী কমি আহিল। গুৰুৱে ৰাধিকাক সুধিলে,—'তুমি কেতিয়াবা একেৰি দোষ কৰিছা, সেইহে পানী কমি আহিল। কি কৰিছিলা বাইজৰ আগত ভাঙ্গি কোৱা।” তাহানি এবাৰ ৰাধিকাৰ মুখৰ পৰা অতৰ্কিতে ওৰণিখন গুচাত ভনী-জোঁৱায়েকৰ চকুৱে-চকুৱে পৰিছিল। ৰাধিকাই এই অতীত ঘটনাকে পাপ বুলি স্বীকাৰ কৰি বাইজৰ আগত আঠু লৈ সাৰশেষ বৃত্তান্ত ভাঙ্গি কলে।

আত্মদোষ ৰাইজৰ মাজত প্ৰকাশ হোৱাত পাপমুক্তা হৈ ৰাধিকাই পুনৰ পল'ৰে পানী আনিবলৈ গল। এইবাৰ পানী চপ্‌চপীয়া হৈ আহিল। প্ৰজাসকলে ধন্য ধন্য কৰিবলৈ ধৰিলে; গুৰুৱেও ৰাধিকাৰ শিৰত ধৰি "শান্তিৰ জয় হওক" বুলি আশীৰ্ব্বাদ উচ্চাৰণ কৰিলে। ৰাধিকা শান্তিয়ে পল'ৰ পানী পেলাই তাৰে এপল' মাটি আনি ভেঁটাৰ নিৰ্দ্দিষ্ট ঠাইত পেলালে, তেতিয়াৰে পৰা ভেঁটাত দিয়া মাটি নখহি স্তম্ভি ৰবলৈ ধৰিলে, আৰু জানৰ পানী বৰদোৱা নোসোমাই নতুনকৈ খনা খালেদি ববলৈ ধৰিলে। বৰদোৱাৰ শান্তিজানত স্নান কৰিলে আজিও তীৰ্থ-যাত্ৰীসকলে গঙ্গাস্নান ফল লাভ হয় বুলি বিশ্বাস কৰে। মহাপুৰুষ শ্ৰীমন্তশঙ্কৰে এই আপাহতে ৰাধিকা শান্তিক এধাৰি গুৰুঘৰীয়া মণি আৰু এজোৰ ৰূপৰ খাৰু উপহাৰ দিলে, আৰু নিজঘৰৰ ওচৰতে নকৈ ঘৰ-দুৱাৰ সজাই তালৈ শান্তিক সপৰিয়ালে তুলি নি শান্তিক পাৰমাৰ্থিক তত্বত সুপণ্ডিতা কৰিলে। ৰাধিকা শান্তিৰ কথা শঙ্কৰগুৰুৰ চৰিত্ৰপুথিত পোৱা যায়।

আৰু এগৰাকী শান্তিৰ কথা অসমৰ ৰজাঘৰীয়া পুৰণি সাঁচিপতীয়া বুৰঞ্জী পুথিত পোৱা হৈছে। তেওঁৰ মূলকাহিনী ৰাধিকা শান্তিৰ দৰে প্ৰায় একে। দুয়ো একেযুগৰে শান্তি আৰু দুয়ো শঙ্কৰগুৰুৰ সমসাময়িক; কিন্তু স্থান, সমাজ আৰু উপলক্ষ্য প্ৰভেদ। এই নতুন গৰাকী শান্তি কুলত তেলীয়া। তেৰোঁ ছিদ্ৰ থকা পাত্ৰত পানী আনি নিজৰ

শাস্ত্ৰৰ প্ৰমাণ দিছিল। তেওঁৰ বেলিকাও কিবা পূৰ্ব্বপাপৰ কাৰণে পোনৰবাৰ পানী কমি আহিছিল। তেওঁক শান্তিকন্যা বুলি নিশ্চয়কৈ জানি ৰজাই তেওঁৰ হাতে পূজাকৰ্ম্ম কৰাই মন্দিৰত উপাস্যমূৰ্ত্তি স্থাপনা কৰিছিল। কিন্তু কন্যা গৰাকীৰ নাম কি জনা নাযায়।

কোচানৰ ৰজা বিশ্বসিংহৰ মৃত্যুৰ পাচত পুতেক নৰসিংহ ৰজা হ'ল। নৰসিংহক যুদ্ধত পৰাস্ত কৰি মল্লদেৱ বা নৰনাৰায়ণ কোচবেহাৰৰ সিংহাসনত বহিল। মৃত্যুৰ পূৰ্ব্বে বিশ্বসিংহই পুতেকহঁতক কৈছিল,—"পূৰ্ব্বে অসমৰ ৰজাই মোক ৰাজ্য দি থাপিছে, সেই অধীনতা তহঁতে গুচাবি। মই অসম ৰাজ্য মাৰিবৰ কাৰণে গাঙ্গমুখ পৰ্য্যন্ত গৈছিলোঁ। কিন্তু খৰচৰ অভাৱত উভতি আহিবলৈ বাধ্য হলোঁ।" নৰনাৰায়ণ ৰজা হৈ ভায়েক শুক্লধ্বজ কোঁৱৰ বা চিলাৰায়ক পৰামৰ্শ কৰি অসম ৰাজ্য আক্ৰমণ কৰিবলৈ সাজু হল। চিলাৰায়ে সভাস্থ ব্ৰাহ্মণসকলক সুধিলে,—"যুদ্ধ কৰিলে গো-ব্ৰাহ্মণৰ অপঘাত হয়। অনা-যুদ্ধে যেন ৰাজ্য বশ হয় তেনে উপায় দিয়া।" ব্ৰাহ্মণসকলে ক'লে—"ৰজা হৈ পৰৰ ৰাজ্য বশ কৰি লোৱা উচিত। আমি আৰু কি উপায় দিম?" এই বিষয়ে চিলাৰায় কোঁৱৰে মহাপুৰুষ শঙ্কৰদেৱক সোধাত গুৰুৱে কলে,—"মহাৰাজ, ইয়াৰ কি উপায় আছে? অসমদেশৰ পাত্ৰ-মন্ত্ৰীৰ মন বুজি অনেক সোণ-ৰূপ দি বৰাব লাগে। সেই দেশৰ প্ৰজাসকলকো অনেক সোণ-ৰূপ

বস্ত্ৰ-অলঙ্কাৰ দি ৰবাব লাগে। যদি এনে কৰা তেবে অনায়াসে পাৰিবা।”

১৪৭৭ শকৰ আষাৰ মাহত নৰনাৰায়ণ মহাৰাজে উদ্ভণ্ড চাউলিয়া, শ্যামৰায় চাউলিয়া, কালকেতু চৰ্দ্দাৰ, ধুমা চৰ্দ্দাৰ, এই চাৰি উকীলক পত্ৰ-সন্দেশ দি অসমৰ স্বৰ্গদেৱ চুখাম্‌ফা খোৰাৰজাৰ তালৈ পঠিয়ালে। উকীলৰ লগত দিছিল,—ঘোৰা ২, ধেনু ১, চেংমাছ ১, বালিছ ১, জকাই ১ আৰু শাৰী খন। নৰনাৰায়ণ ৰজাই পত্ৰত লিখিছিল,—“তোমাৰ কুশল নিৰন্তৰে বাঞ্ছা কৰি। অখন তোমাৰ আমাৰ সন্তোষ-সম্পাদক পত্ৰাপত্ৰি গতায়াত হৈলে উভয়ানুকুল প্ৰীতি-বীজ অঙ্কুৰিত হৈতে ৰহে, তোমাৰ আমাৰ কৰ্ত্তব্যেসে বৰ্দ্ধতাক পাই পুষ্পিত-ফলিত হৈবেক, আমৰা সেই উদ্যোগতে আছি। তোমাৰো এগোট কৰ্ত্তব্য উচিত, না কৰ তাক আপনে জান।”

কোচৰ সন্দেশ পাই অসম ৰজাই অপমান বোধ কৰিলে, কাৰণ সেইবোৰ বস্তু ৰজাৰ অযোগ্য। অসমৰ পাত্ৰ-মন্ত্ৰীয়ে কোচৰ পৰা অহা প্ৰত্যেক বস্তুকে পেংলাই কৰিবলৈ ধৰিলে আৰু শাৰী কেইখানৰ সম্পৰ্কে কলে,—“আমাৰ দেশৰ যি খাৰছাই তিকতা আছে তাহাঁতেহে এই শাৰী পিন্ধে, পুৰুষে ইয়াক নিপিন্ধে। উকীল হৈ কেনেকৈ স্ত্ৰীৰ পৰিহৰণ আনিছ?” এইবুলি উকীলক সিয়া মেখেলা আদি সামান্য বস্তু উপহাৰ দি বিদায় দিলে। স্বৰ্গদেৱ খোৰাৰজাই নৰনাৰায়ণ ৰজালৈ প্ৰত্যুত্তৰ দিলে,—“আমাৰা পূৰ্ব্ব প্ৰীতিগোটতে আছোঁ।

উকীলৰ লগত যিবোৰ বস্তু দি পঠাইছিলা ইসকল সভাত দেখাবৰ উচিত নহয়। কিন্তু যিসকলে যিহক আচৰি থাকে অনীতি হৈলেও আচৰণীয় বুলি তাকে নীতিস্বৰূপ দেখে, এতেকে দিব পোৱা।"

কোচৰজাই আগৰে পৰা যুদ্ধৰ চেলু বিচাৰি ফুৰিছিল। সন্দেশ-বস্তুৰ প্ৰত্যাখ্যান আৰু অসম ৰজাৰ অসম্ভ্ৰমসূচক প্ৰত্যুত্তৰ পাই নৰনাৰায়ণ ৰজা আৰু শুক্লধ্বজ কোঁৱৰে যুদ্ধ-যাত্ৰাৰ আয়োজন কৰিলে। নৰনাৰায়ণে ভায়েক গোহাঁই-কমলক আদেশ দিলে,—"তই বাট কাটি কোচবেহাৰৰ পৰা পৰশুকুণ্ডলৈকে এটা ডাঙৰ বহল আলি বান্ধ।" গোহাঁই-কমলে ককায়েক ৰজাৰ আজ্ঞা অনুসৰি "নামদানি ওপৰদানি সমান কৰি হাবুঙৰ জুৰীয়াকো খেদি কুমটিয়াৰ সমীপে বৰঢলী পৰ্য্যন্তে আলি এটা কৰি দিলে উত্তৰকোলে।" সেই আলি কোচবেহাৰৰ পৰা বৰ্ত্তমান উত্তৰ-লক্ষীমপুৰ মহকুমাৰ নাৰায়ণপুৰলৈকে বিস্তৃত।

গোহাঁই-কমলে আলিবন্ধা কাম কিছু পৰিমাণে শেষ কৰাত ১৪৭৭ শকৰ পুহৰ ৯ দিন যাওঁতে নৰনাৰায়ণ মহাৰাজে শুক্লধ্বজ কোঁৱৰে সৈতে সৈন্য-সামন্ত, পদাতিক, হস্তী-ঘোৰা লগত লৈ অসম অভিমুখে যুদ্ধযাত্ৰা কৰিলে। অসম-বুৰঞ্জী মতে শুক্লধ্বজ কোঁৱৰৰ গাৰ এঠাইত ধবলবৰ্ণ আছিল, সেইদেখি তেওঁক শুক্ল বোলা হৈছিল। গাৰ শুক্ল গুচাবৰ কাৰণে কোঁৱৰে নানান উপায় বিচাৰি ফুৰিছিল।

কোচবেহাৰ এৰি যুদ্ধ অভিপ্ৰায়ে যাত্ৰা কৰিবৰ সময়ত শুক্লধ্বজ কোঁৱৰে এটা সপোন দেখিলে। শ্ৰীসূৰ্য্য গোসাঁইৰ মূৰ্ত্তি এটা বহুদিনৰে পৰা পানীত পৰি লুপ্ত হৈ আছিল, সেই কাৰণে পূজা বন্ধ হৈ আছিল। এই মূৰ্ত্তিয়ে শুক্লধ্বজ কোঁৱৰক এতিয়া সপোনত কলে, বোলে,—"মই পানীত পৰি আছোঁ। মোক জাল দি তুলিহে তুয়ো ভাই আচমৰ যুদ্ধলৈ যাবা। যোৱাৰ আগতে মোক দ'ল বান্ধি উচৰ্গা কৰি যাবা। আৰু শান্তিকন্যা এগৰাকী বিচাৰি তেওঁৰ হাতে পূজাকৰ্ম্ম সম্পাদন কৰাবা। আৰু কন্যা প্ৰকৃততে শান্তি হয়নে নহয় তাৰ প্ৰমাণ জানিবলৈ হলে এই ৰূপে কৰিবা,—এটা তামৰ পাত্ৰত পানী ভৰাই আনিবলৈ দিবা। কন্যাই পানী আনোতে যদি সেই তামৰ পাত্ৰইদি পানী নসৰে তেন্তে জানিবা যে তেওঁ শান্তিকন্যা। তেওঁৰ হাতে মোক পূজা কৰাবা। তেনেহলে তোমাৰ শুক্ল গুচিব।"

পাচে শুক্লধ্বজ কোঁৱৰে উপবাসে থাকি ব্ৰাহ্মণক দক্ষিণা দি কৈবৰ্ত্তৰ হতুৱাই জাল পেলাই শ্ৰীসূৰ্য্যৰ মূৰ্ত্তিক পানীৰ তলৰ পৰা বামলৈ তুলিলে, আৰু সেই মূৰ্ত্তি স্থাপন কৰিবৰ নিমিত্তে এটা দ'ল বান্ধিলে। পূজা দি মূৰ্ত্তি উৎসৰ্গা কৰি মন্দিৰত স্থাপন কৰিবৰ কাৰণে সপোনত কোৱা শস্তিকন্যাৰ বিচাৰ লাগিল। সাদিন ধৰি কোচৰজাৰ মানুহে সেই কন্যা বিচাৰিলে। অৱশেহত তেলীয়াৰ বজাৰত এগৰাকী শান্তিকন্যা বিচাৰি পোৱা গল। পাচে কন্যাক বিবিধ সুগন্ধ পানীৰে

স্নান কৰাই শুকুলা বস্ত্ৰ পিন্ধাই একুৰি-এটা ছিদ্ৰ থকা তামৰ পাত্ৰত পানী আনিবলৈ আদেশ কৰা হল।

তেলীয়াৰ ভাৰ্য্যা শান্তিকন্যাই তামৰ পাত্ৰত পানী ভৰাই আনিলে। কিন্তু পাত্ৰ চপ্‌চপীয়া নহৈ চাৰি-আঙ্গুল পানী কমি আহিল।

নৰনাৰায়ণ ৰজাই সুধিলে,—"কি কাৰণে চাৰি-আঙ্গুল পানী পূৰ্ণ নহল?"

ৰজাৰ প্ৰশ্নৰ উত্তৰত কন্যাই কলে যে অন্য কোনো পাপ তেওঁৰ স্বপ্নতো ঘটা নাই, কিন্তু এবাৰ বুকুৰ আৱৰণ নোহোৱা অৱস্থাত শহুৰেকে অকস্মাতে তেওঁক দেখা পাইছিল।

এইবুলি কন্যাই পাত্ৰ লৈ হৰিৰ চৰণ চিন্তি আকৌ পানী আনিবলৈ গল। এইবাৰো পাত্ৰৰ পানী ভৰি আহিল, কিন্তু দু-আঙ্গুল পানী কমি আহিল।

ৰজাই সুধিলে,—"এইবাৰো কিয় পানী পূৰ্ণ হৈ নাহিল? আই, তুমি সত্য কৰা।"

কন্যাই মাত লগালে,—"দেৱ, দ্বিজ, ৰজা, এই তিনি ঈশ্বৰৰ অংশ। এওঁলোকৰ আগত মিছা মাতিব নেপায়। অকস্মাৎ এদিন জেঠালে মোৰ মুখ দেখা পালে। ইয়াৰ বাহিৰে মোৰ একো দোষ সিদ্ধ হোৱা নাই।"

ৰাইজৰ হৰিধ্বনিৰ মাজত কন্যাই আকৌ পাত্ৰ লৈ পানী আনিবলৈ গল। এইবাৰ তামৰ পাত্ৰৰ পানী চপ্‌চপীয়া হৈ আহিল। তেলীয়াৰ ভাৰ্য্যা এইদৰে শান্তিকন্যা বুলি প্ৰমাণিত

হোৱাত তেওঁৰ হতুৱাই ৰজাই বিধিমতে পূজা কৰালে আৰু ব্ৰাহ্মণসকলক দান-দক্ষিণা কৰিলে, আৰু কন্যাকো সুবৰ্ণৰ মালা দি অৰ্চ্চনা কৰিলে। এইদৰে শ্ৰীসূৰ্য্যৰ মূৰ্ত্তি উৎসৰ্গা কৰি নৱনিৰ্ম্মিত দ'লত স্থাপনা কৰা হল। গোসাঁইৰ প্ৰসাদত শুক্লৰ শৰীৰৰ শুক্ল গুচি নাভিত মাত্ৰ অলপ চিন থাকিল। তেতিয়াৰে পৰা মহাৰাজ নৰনাৰায়ণৰ ভায়েক চিলাৰায় কোঁৱৰ শুক্লধ্বজ নামে প্ৰখ্যাত হল, পূৰ্ব্বে তেওঁৰ নাম শুক্লহে আছিল। সেই সময়ত শুক্লধ্বজ কোঁৱৰে উঠা হাতীৰো নাম থোৱা হল 'শুক্লধ্বজ'।

তাৰ পাচত শুক্লধ্বজ কোঁৱৰে অসম আক্ৰমণ কৰি পোনতে নাৰায়ণপুৰ, তাৰ পাচত চিনাতলী আৰু হাবুং পৰ্য্যন্ত সমুদায় ৰাজ্য অধিকাৰ কৰিলে। খোৰাৰজাই সৈন্য সামন্ত দি বিষয়া-সকলক যুদ্ধ কৰিবলৈ পঠালে। চিলাৰায়ে দিহিং পাৰ হৈ সাদিন যুদ্ধ কৰি গাওঁ-ভুঁই ভাঙ্গি মেচাঘৰত কোঠ দি নৰনাৰায়ণ সহিতে ৰলহিঁ, ১৪৮৪ শক, বহাগ মাহ। মেচ বা কোচে বাহৰ কৰিছিল বুলি সেই ঠাইৰ নাম মেচাঘৰ হল। খোৰাৰজাই নগৰ এৰি পৰ্ব্বতলৈ পলাই গল। তাৰ পাচত কোচ আৰু অসমৰ সন্ধিস্থাপন হল। অসমৰ পৰা গৈ কোচ সৈন্যই কছাৰী, জয়ন্তা, মণিপুৰ, শ্ৰীহট্ট, খৈৰাম, ডিমৰুৱা আদি মাৰি সেইবোৰ ৰাজ্যক কোচ ৰজাৰ বশৱৰ্ত্তী কৰিলে।

ওপৰত কোৱা শান্তিকন্যাৰ শান্তিপৰীক্ষাৰ শক তাৰিখ খাতাংকৈ নিৰ্দ্ধাৰিত কৰিব নোৱাৰিলেও "এই আঠ বছৰৰ

ভিতৰতে এই ঘটনা ঘটিছিল" এনে বুলি আঙুলিয়াই দেখুৱাব পাৰি। নৰনাৰায়ণ ৰজাই অসম আক্ৰমণ কৰাৰ আয়োজনৰ পৰা সেই যুদ্ধৰ সমাপ্তিলৈকে আঠবছৰ কাল অতিবাহিত হৈছিল, শক ১৪৭৭—১৪৮৫। শান্তি-পৰীক্ষা হৈছিল এই আক্ৰমণৰ আদিছোৱাতে। গোহাঁইকমল আলিৰ প্ৰথম অংশ বান্ধোতে নিশ্চয় দুবছৰমান অতীত হৈছিল। শান্তি-পৰীক্ষাৰ শক সম্প্ৰতিকলৈ ১৪৮০-কে আনুমানিকভাবে ধাৰ্য্য কৰিব পাৰি। ওপৰৰ আখ্যানত কোৱা শ্ৰীসূৰ্য্যৰ মন্দিৰ অৰ্থে যদি গোৱালপাৰাৰ শ্ৰীসূৰ্য্য পাহাৰৰ ভগ্নাৱশেষে সঙ্কেত দিয়া ঠাইত থকা মন্দিৰকে বুজাইছে, তেন্তে সেই মন্দিৰ প্ৰতি-স্থাপনৰ শককে শান্তি-পৰীক্ষাৰ শক বুলি নিশ্চয়কৈ ধাৰ্য্য কৰিব পাৰি। শুক্লধ্বজ কোঁৱৰে ১৪৮৭ শকত নীলাচলৰ নাটমন্দিৰ নিৰ্ম্মাণ কৰে।

এতিয়া কথা হৈছে, সতী ৰাধিকাৰ শান্তি-পৰীক্ষা, আৰু শ্ৰীসূৰ্য্যৰ মূৰ্ত্তি উৎসৰ্গাৰ পূজাৰিণী শান্তিকন্যাৰ পৰীক্ষা —এই দুয়ো কাহিনীত ইমান সাদৃশ্য হল কেনেকৈ? ৰাধিকা শান্তিৰ পৰীক্ষা শঙ্কৰদেৱৰ মহাপুৰুষৰ ছকুৰি-বছৰীয়া দীঘলীয়া জীৱনৰ আগছোৱাতে ঘটা ঘটনা, আৰু শ্ৰীসূৰ্য্যৰ শান্তিকন্যাৰ পৰীক্ষা হৈছিল মহাপুৰুষ ভাটীত থকা কালত আৰু তেখেতৰ বৈকুণ্ঠপ্ৰয়াণৰ বছৰচেৰেকৰ পূৰ্ব্বে। ১৩৭১ শকত মহাপুৰুষ শ্ৰীমন্তশঙ্কৰৰ জন্ম, আৰু ১৪৯০ শকত গুৰুৰ বৈকুণ্ঠপ্ৰয়াণ হয়।

উপৰোক্ত দুয়ো শান্তিকন্যাৰ মাজত বহুবছৰ অতীত হৈছিল, অতি কমেও এই দুই ঘটনাৰ মাজত আঢ়ৈকুৰি-তিনিকুৰি বছৰৰ ব্যৱধান আছিল। এই কালডোখৰত ৰাধিকা সতীৰ কাহিনী দেশময় ৰাষ্ট্ৰ হৈ পৰিছিল। মহাপুৰুষ শঙ্কৰদেৱে বৰদোৱা এৰি উজনি-ভাটী নানান ঠাইত ফুৰোঁতে ৰাধিকাৰ নাতি-পুতিসকলক লগত লৈ ফুৰিছিল বুলি সতীৰ জীৱনচৰিতত আছে। চিলাৰায় কোঁৱৰ শঙ্কৰ মহাপ্ৰভুৰ পৰম ভক্ত আছিল, চিলাৰায়ে তেওঁৰ ভাৰ্য্যা ৰামৰায় আতাৰ কন্যা ভুবনেশ্বৰীৰ মুখে ভাগৱতী ধৰ্ম্ম আৰু গুৰুৰ মহিমা শুনি তেখেতৰ ধৰ্ম্ম গ্ৰহণ কৰি শঙ্কৰ মহাপ্ৰভুৰ শিষ্য হৈছিল। মহাপুৰুষে জীৱনৰ শেহছোৱাত পাটবাউসীত সত্ৰ কৰি আছিল, আৰু কোচৰজা নৰনাৰায়ণৰ নিমন্ত্ৰণ গ্ৰহণ কৰি মাজে-মাজে কোচবেহাৰলৈ যাব লগাত পৰিছিল। অসম আক্ৰমণৰ প্ৰাৰম্ভত মহাপুৰুষ শঙ্কৰদেৱ কোচৰজাৰ ওচৰত থাকি সেই বিষয়ে ৰজাক উপদেশ দিয়াৰ কথা চৰিত্ৰ-পুথি আৰু ৰজাঘৰীয়া বুৰঞ্জী দুয়ো ঠাইতে পোৱা যায়। কোচবেহাৰত থকা কালত ৰাধিকাৰ নাতি-পুতিও মহাপুৰুষৰ লগত থকা সম্ভৱ। ইয়াৰ পৰা ঠিৰাং কৰি ধৰিব পাৰি যে ৰাধিকা শান্তিৰ কথা শঙ্কৰ-ভক্ত বৈষ্ণৱ-ধৰ্ম্মাৱলম্বী চিলাৰায়ৰ অবিদিত নাছিল। শ্ৰীসূৰ্য্যৰ মূৰ্ত্তি স্থাপন কৰোঁতে শান্তিকন্যাৰ হতুৱাই পূজা কৰাব লাগে বুলি শুক্লধ্বজ কোঁৱৰে যি স্বপ্ন দেখিছিল সেই স্বপ্নত ইতিপূৰ্ব্বে সংঘটিত

ৰাধিকা শান্তিৰ পৰীক্ষাৰ প্ৰভাৱ বিৰাজ কৰিছিল। নিজৰ সতীত্বৰ বলত পূজাকৰ্ম্ম চলাবৰ নিমিত্তে তেলীয়ানীৰ সম্পূৰ্ণ অধিকাৰ আছে, এই শিক্ষা সাম্যবাদী শঙ্কৰ মহাগুৰুৰ শিক্ষাৰ অনুকুল। এই শিক্ষাই শুক্লধ্বজ কোঁৱৰৰ অন্তৰাত্মাত অলক্ষিতে কাৰ্য্য কৰিছিল।

শ্ৰীকৃষ্ণৰ প্ৰেয়সী ৰাধাৰ কাহিনীতো তেনে এটি ঘটনা পোৱা যায়। এবাৰ শ্ৰীকৃষ্ণ মূৰ্চ্ছা যোৱাত গোপীসকলে ৰাধাক কলঙ্কিনী বুলি নিন্দা কৰাত ৰাধাই ছিদ্ৰ থকা পাত্ৰত পানী আনি নিজৰ সতীত্বৰ প্ৰমাণ দিছিল। শান্তি-জ্ঞানৰ শান্তি পূৰ্ণানন্দৰ ভাৰ্য্যা ৰাধিকাক শ্ৰীকৃষ্ণৰ ভাৰ্য্যা ৰাধাৰ সমসৰী শান্তিকন্যা বুলি মানুহে বিবেচনা কৰিছিল, সেই কাৰণেই তেওঁক ৰাধিকা বোলা হৈছিল নে, নাইবা তেওঁৰ পিতৃদত্ত নামেই ৰাধিকা আছিল, তাৰো মীমাংসা হোৱা উচিত।

ছিদ্ৰ থকা পাত্ৰত পানী ভৰাব নোৱাৰি, এইটো প্ৰকৃতিৰ নিয়ম। এই নিয়ম লঙ্ঘন কৰি শান্তিকন্যা তুগৰাকীয়ে কেনেকৈ পানী আনিছিল? বিজ্ঞানে কব, অসম্ভব। কিন্তু জড়জগতৰ বাহিৰেও সূক্ষ্মজগতৰ স্বকীয়া নিয়মধাৰা থকা বুলি বিশ্বাস কৰোঁতাসকলে কব যে প্ৰগাঢ় আত্মবিশ্বাস আৰু ঐকান্তিক ভক্তিৰ বলত মানুহে অঘটন ঘটাব পাৰে। প্ৰত্যেক দেশৰ সাধু আৰু সাধুকন্যাৰ গাতে এই অলৌকিক শক্তি আৰোপণ কৰা দেখা যায়। প্ৰহ্লাদক পানীত

জুবুৰিয়াওঁতেও তেওঁ সুবুৰিছিল, যীশুখৃষ্টই মাথোন হাতৰ পৰশেৰে ৰুগীয়াক ভাল কৰিব পাৰিছিল। ৰোমান কেথলিক সম্প্ৰদায়ৰ প্ৰথামতে কোনো সাধুপুৰুষ 'চেইন্ট' বা সাধু নামৰ উপযুক্ত হবলৈ হলে পৰহিতব্ৰতত তেওঁ জীৱন অতিবাহিত কৰিব লাগিব, আৰু তাৰ লগতে এটি-দুটি অলৌকিক কাৰ্য্য বা 'মিৰাকোল' দেখুৱাব লাগিব। সাধুৰ মৃত্যুৰ পিচত তেওঁৰ সকলো কাৰ্য্যাৱলী বিশ্লেষণ কৰি তেওঁক 'চেইন্ট' আখ্যা দিয়া যায়।

আধুনিক যুগৰ কৰ্ম্মী ডন-বস্কোয়ে অন্য কাৰ্য্যৰ লগত সেইৰূপে 'মিৰাকোল' কৰাৰ প্ৰমাণ পাই মাথোন বছৰ-চেৰেকৰ পূৰ্ব্বে তেওঁক মহাসমাৰোহেৰে 'চেইন্ট'ৰ শ্ৰেণীভুক্ত কৰা হৈছে। শান্তিকন্যা দুগৰাকীয়ে পল' বা তামৰ পাত্ৰত পানী ভৰাই আনিছিলনে নাই আমি সেই বিষয়ে হয়-নহয় একো নকওঁ। মাথোন ইয়াকে কব পাৰি যে তেনেকৈ পানী আনিব পাৰি বুলি আৰু খেনোৰে আনিছিল বুলি চাৰি-শ বছৰৰ পূৰ্ব্বে মানুহে পূৰ্ণমাত্ৰা বিশ্বাস কৰিছিল, এই বিশ্বাসৰ অস্তিত্বই হৈছে বুৰঞ্জীৰ সত্য। তাৰ বাহিৰে জটিল তৰ্কশাস্ত্ৰ-মহাব্যাঘ্ৰৰ মুখ-গহ্বৰত পৰিবলৈ বুৰঞ্জী-লিখকৰ সকাম নাই। এগৰাকী সুচৰিত্ৰা তেলীয়ানীয়ে পূজাকৰ্ম্ম সম্পাদন কৰাৰ অধিকাৰ লাভ কৰিছিল, এই তথ্যও বুৰঞ্জীৰ পক্ষে লাগতিয়াল।

অক্টোবৰ ১৯৩৩ চন।

# গোট-পাইকৰ নিবন্ধন

আগৰ দিনত অসমত, কিছুমান নির্দ্দিষ্ট ব্যতিক্ৰমৰ বাহিৰে, প্ৰত্যেকজন মুনিহে ৰজাঘৰীয়া কাম কৰি দিব লগাত পৰিছিল। এই খাটনিৰ নিমিত্তে ৰজাঘৰৰ পৰা তেওঁ দুপুৰা মাটি বিনা-খাজানাই ভোগ কৰিবলৈ পাইছিল। এনে ধৰণে খাটনি খটা প্ৰতিজন মানুহক এপোৱা-পাইক বোলা হৈছিল, আৰু চাৰিটা এপোৱা-পাইকৰে এক গোট-পাইক সংগঠিত হৈছিল। চাৰি পোৱাই যেনেকৈ এসেৰ সম্পূর্ণ হয় সেইদৰে চাৰিজন পাইকেৰেহে একগোট সম্পূর্ণ হৈছিল।

সাধাৰণতে, গোটৰ এজন পাইকে ৰজাঘৰীয়া কামত খাটি দিয়াৰ নিয়ম আছিল, তেওঁৰ খাটনিৰ মিয়াদ পূৰা হলে দ্বিতীয়জন পাইকে গৈ প্ৰথমজনৰ সলনি খাটি দিছিল, আৰু তাৰ পাচত তৃতীয়জনাই, আৰু তাৰ পাচত চতুর্থ-জনাই। যুদ্ধ-বিগ্ৰহ আদি সমস্যাই দেখা দিলে আৰু বিশেষ আৱশ্যক হলে কোনো খেলৰ সমস্ত গোট-পাইকৰ প্ৰথম-জনাৰ উপৰিও একে সময়তে দ্বিতীয়জনাকো ৰজাঘৰীয়া কামত লগোৱা হৈছিল, আৰু বেচি টান পৰিলে তৃতীয়-জনাকো নিয়া হৈছিল। এনে ধৰণৰ পাইকৰ মুঠক ক্ৰমান্বয়ে মূল, দোৱাল আৰু তেৱাল বোলা হৈছিল। মাজে-সময়ে তিনি পোৱা-পাইকৰেও একগোট-পাইক

সংগঠিত হৈছিল। মহাৰাজ গৌৰীনাথসিংহৰ দিনতো এই তিনি-পোৱা গোটৰ নিয়ম প্ৰচলিত আছিল। স্বৰ্গদেৱে মৃত্যুৰ সময়ত দুখ প্ৰকাশ কৰিছিল যে তেওঁ চাৰি-পোৱা-পাইকে এক গোট-পাইকৰ প্ৰথা পুনৰ প্ৰৱৰ্ত্তাব নোৱাৰিলে।

পোনতে, গোট-পাইকৰ ধৰাবন্ধা নিয়ম নোহোৱাত পাইকক ৰজাঘৰীয়া কামত লগোৱাত বৰ বেমেজালি ঘটিছিল। কেতিয়াবা ঘৰমূৰি এজন কি দুজন পাইকে বছৰটো খাটিছিল, আৰু ঘৰেপতি চাৰিজন-ছজন পাইকে ৰজাৰ কামলৈ নগৈ ঘৰতে কাল কটাইছিল। এই বেমেজালি গুচাবৰ কাৰণে স্বৰ্গদেৱ প্ৰতাপসিংহ মহাৰাজে লুইতৰ পুঠি-খৰিত শুকানসুতিৰ মুখত সকলোবোৰ পাইকক এঠাই হৈ থাকিব দিলে, আৰু স্বৰ্গদেৱে নিজে আগত থাকি মানুহ লেখিবলৈ ধৰিলে। এক-দুইকৈ লেখি একুৰি হলে স্বৰ্গদেৱে তাৰ মাজৰপৰা এটা আনি বৰা পাতিলে, এশ হলে নিজঘৰতে চাৰি পোৱা-পাইক থকা এজন আনি শইকীয়া পাতিলে, হাজাৰ হলে তাৰে ভাল চহকী বিচাৰি চাই এজনক আনি হাজৰিকা পাতিলে। স্বৰ্গদেৱে নিয়ম কৰি দিলে যে প্ৰত্যেকজন পাইকৰ মূল্য এপোৱা, চাৰিজন পাইকৰে এক গোট-পাইক সংগঠিত হব, আৰু প্ৰতি গোট-পাইকৰ এজন পাইকে পাল অনুসাৰে ৰজাঘৰীয়া কাম কৰিব লাগিব। স্বৰ্গদেৱ প্ৰতাপসিংহৰ দিনতহে, বুৰঞ্জীৰ ভাষাৰে কবলৈ গলে,—"এইৰূপে মানুহ চাৰি-পোৱাই গোট-পাইক কৰিলে,

ভাবেপবাহে মানুহৰ পিয়ল হল।” এই মানুহ পিয়ল আৰু পাইক নিবন্ধনত স্বৰ্গদেৱৰ প্ৰধান কাৰ্য্যকাৰক আছিল শুকুটী মোমাই-তামুলী বৰবৰুৱা।

খেলৰ কাকতীয়ে প্ৰত্যেক পোৱা-পাইকৰ নাম-ধাম লিখি থৈছিল, আৰু কোন মাহত কোন পাইকে ৰজাঘৰীয়া কাম কৰিব লাগিব, আৰু তেওঁৰ পাচত কাৰ পাল পৰিব তাকো কাঁড়ীৰ কাকতত লিখা হৈছিল। চেমনীয়া লৰা বুজন হোৱা মাত্ৰে তাক পাইকৰ শ্ৰেণীত ভৰোৱা নিয়ম আছিল। কোনো গোট-পাইকৰ এপোৱা-পাইক হানি হলে তাৰ ঠাইত নকৈ-হোৱা পাইকক ঠুহি থোৱা হৈছিল। পুৰণা গোট-পাইকত সকলো নতুন পাইকক খাপ্তিব নোৱাৰিলে ওপৰঞ্চি ন-পাইকেৰে বেবেজীয়া খেল সৃষ্টি হৈছিল। পাইকৰ বয়স-পোৱা ডেকাই পাইকৰ শ্ৰেণীত নোসোমোৱা, পাইক পলাই যোৱা, পলৰীয়া পাইকক লুকুৱা, আৰু পাইকৰ কাকতত নাম-নথকা মানুহৰ হতুৱাই পাইকৰ কাম কৰোৱা,—এইবোৰ কাৰ্য্য দণ্ডনীয় আছিল।

তেজ-মঙহৰ সম্বন্ধৰ বান্ধনিত আত্মীয়-পৰিয়ালৰ উদ্ভৱ হৈছিল। তেনেকৈ চাৰিজন মুনিহ ৰজাঘৰীয়া কামৰ নিমিত্তে একগোট হৈছিল, তেওঁলোকৰ প্ৰতিজনৰে কৰ্ত্তব্য একে, গাত-লগা বিষয়াও একে, আৰু সেইগোটৰ এজনে ৰজাঘৰীয়া কামত লাগিলে বাকী কিজনে তেওঁৰ খেতি-পথাৰ বন-বাৰী কৰি দিব লগাত পৰিছিল। সেইদেখি এই

চাৰিজন পাইকৰ ভিতৰত এটি নতুন ধৰণৰ পৰিয়াল-সম্বন্ধ সৃষ্টি হৈছিল। বহুসংখ্যক গোট-পাইক মিলি এটা খেল সংগঠিত হৈছিল, খেলৰ সমূহ পাইকৰ মাজত এক উদ্দেশ্য প্ৰণোদিত এটি আপোন-ভাৱৰ জন্ম হৈছিল। এই পাইক বান্ধনিয়েই আছিল অসমীয়া প্ৰজা-সংগঠনৰ মূল ভেটি, আৰু ইয়াৰ প্ৰভাব অসমীয়াৰ সামাজিক জীৱনত বৰ্ত্তমানলৈকে পৰিলক্ষিত হৈছে।

আগষ্ট ১৯৪৯, ১৯৫০।



# একোটা মানুহে একোখান পৰ্ব্বত

দেশৰ প্ৰত্যেকজন মানুহৰ মূল্য স্বীকাৰ কৰি সেইমতে সমাজ আৰু ৰাজ্যৰ শাসনবিধি নিয়ন্ত্ৰণ কৰাটো হৈছে গণতন্ত্ৰৰ এটি মূল উদ্দেশ্য। সমাজৰ অঙ্গীভূত কোনো মানুহকে আমি অনাৱশ্যক বুলি দলিয়াই পেলাব নোৱাৰোঁ, কাৰণ তেনে প্ৰতিজন মানুহৰ পৰা সমাজৰ কোনোপ্ৰকাৰে মঙ্গল-সাধন হব পাৰে। তদুপৰি, দেশত কোনো সমস্যাই দেখা দিলে মানুহৰ মূল্য পূৰ্ব্বতকৈ বেচি-পৰিমাণে বৃদ্ধি হয়। লাপিলুপা কথাত সেই মানুহক কোঙা বা অলাগতিয়াল কৰাটো সমাজৰ উন্নতিৰ বিৰোধী, বিশেষকৈ, যদি সেই মানুহৰ গাত দেশৰ উপকাৰত অহা কোনো কৰ্ম্মশক্তি বা গুণ থাকে।

আগৰ দিনৰ অসমীয়াই প্ৰতিজন মানুহৰ মূল্য উপলব্ধি কৰিছিল, তাৰ উদাহৰণ বুৰঞ্জীত পোৱা যায়।

সেই সময়ত অসমৰ ৰজা আছিল প্ৰতাপসিংহ স্বৰ্গদেৱ। কোঁৱৰালি কালত স্বৰ্গদেৱে যেৰতী গাওঁত বাস কৰিছিল। ৰজা হৈ স্বৰ্গদেৱে সেই গাওঁতে এখন ঘাট পাতিলে, নাম থলে জয়ধামডাং-ঘাট। স্বৰ্গদেৱে তিনিজনা গোহাঁই ডাঙৰীয়াৰ বঙহক ৰজাৰ অভিবেকত ব্যৱহাৰ কৰা হোলোংঘৰৰ বৰীয়া পাতিছিল। এবাৰ বৰীয়া মানুহে হোলোঙত উঠি বৰচাকত কোব মাৰিছিল, আৰু নাকত-খেৰকুটীয়া চৰায়ে হোলোঙত বাহ বান্ধিছিল। তিনিজনা ডাঙৰীয়াৰ পো-ভাই কিজমাই

পবিত্ৰ হোলোংঘৰ পহৰা দিয়া অৱস্থাত এনে ঘটনা ঘটাত স্বৰ্গদেৱে তেওঁলোকক খং কৰি জয়খামডাং-খাটৰ হাকলু খহাব দিলে, আৰু তেওঁলোকৰ কাম চাবৰ নিমিত্তে ৰজাৰ টেকেলা কুকুৰাচোৱা পঠিয়ালে।

কামত হেলা কৰাৰ নিমিত্তেই হওক বা আন কোনো কাৰণতে হওক কুকুৰাচোৱাই তিনি গোহাঁইৰ বঙ্গহৰ ডেকা কিজনক গালি-শপনি পাৰিলত তেওঁলোকে কুকুৰাচোৱাক ধঁৰি পাৰেমানে কিলালে। সি গৈ স্বৰ্গদেৱত গোচৰ দিলত স্বৰ্গদেৱে কলে,—"তিনিজনা গোহাঁইৰ পো-ভাই কেটাই ৰজাৰ কুকুৰাচোৱাক কিলালে, সিহঁতৰ কলিজা ডাঙৰ দেখিহে এনে কাম কৰিবলৈ সাহ কৰিলে। ময়ো এনে ক্ষত্ৰিয় মানুহহে বিচাৰোঁ।" এই বুলি স্বৰ্গদেৱে বৰপাত্ৰ গোহাঁই আৰু বৰগোহাঁইৰ বঙ্গহক কাজলীচকীত থলে, আৰু বুঢ়া-গোহাঁইৰ বঙ্গহক জাগিত থলে, তেওঁলোকেও সেইৰূপে থাকিলগৈ। এইদৰে কাজলীমুখীয়া গোহাঁই আৰু জাগিয়লীয়া গোহাঁই এই দুই দাঁতিয়লীয়া শাসনকৰ্ত্তাৰ পদ সৃষ্টি হল।

ইয়াৰ কিছুদিনৰ পাচত মোগলৰ লগত অসমৰ তয়াময়া ৰণ লাগিল। বঙ্গালৰ সেনাপতি আছিল নবাব আহলায়াৰ-খাঁ, আৰু অসমৰ সৈন্যাধ্যক্ষ আছিল মোমাই-তামুলী বৰবৰুৱা আৰু পিকচাই চেটিয়া ফুকন। যুদ্ধৰ কেন্দ্ৰ আছিল দক্ষিণে কলিয়াবৰ অঞ্চল আৰু উত্তৰে ভৰলী নদীৰ পাৰৰ গাওঁবোৰ।

প্ৰতাপসিংহ স্বৰ্গদেৱ জামিৰগুৰি বাহৰত থকা কালত এদিন ৰৰৰকৰাক লগত লৈ দীঘলীবিলত মাছ মাৰিবলৈ গৈছিল। দূৰৈত অসমীয়া কটকীৰ নাও দেখি কাপোৰৰ বাও দি স্বৰ্গদেৱে নিজৰ নাৱৰ কাষলৈ মাতি আনিলে। সেই নাৱত আছিল অসমৰ সুপ্ৰসিদ্ধ নিৰ্ভীক কটকী সনাতন। কটকীয়ে স্বৰ্গদেৱৰ নাৱঁত উঠি কথা-বতৰা কলে, আৰু কথা শুনি স্বৰ্গদেৱ আনন্দিত হল। এনে সময়ত স্বৰ্গদেৱে কটকীৰ নাৱৰ ফালে চাই দেখিলে যে নাওবৈচা কিজন আটায়ে নতুন মানুহ। তাৰে পৰাই স্বৰ্গদেৱে অনুমান কৰিলে যে পাইকৰ কাকতত নাম থকা পুৰণা নাওবৈচাক নলগাই কটকীয়ে আচহুৱা নতুন নাওবৈচাক কামত লগাইছে।

সেই সময়ত অচিনাকি মানুহক নাও আদি চলোৱা আৰু যুদ্ধৰ কামত লগোৱাটো বৰ শঙ্কাজনক আছিল, কাৰণ মাজে-মাজে খেনো নাওবৈচাই অসমীয়া নাৱৰপৰা পলাই গৈ বঙ্গালৰ লগ লোৱাৰ দৃষ্টান্ত পোৱা গৈছিল। সেইদেখি স্বৰ্গদেৱে সনাতন কটকীৰ নাৱৰ নাওবৈচা কিজনক বান্ধি পানীত পেলাবলৈ মন কৰিলে। প্ৰকৃতপক্ষে এই কেইজন নাওবৈচা মহকিনা গাৱঁৰ পুৰণি নাওবৈচা কেজনৰ ভাই-ভতিজাহে আছিল। পুৰণি বৈচা কেজনক ঘৰলৈ গৈ আত্মীয়-স্বজনৰ মুখ চাবলৈ আৰু কাপোৰ-কানি ধুবলৈ কটকীয়ে দিনচেৰেকলৈ অনুমতি দিছিল।

স্বৰ্গদেৱৰ আজ্ঞা শুনি সনাতন কটকীয়ে গলত কাপোৰ বান্ধি কলে,—"মই বন্দীকেহে কাটিব লাগে। স্বৰ্গদেৱে যি মহকিনাৰ শয়েক মানুহ বন্দীৰ লগত দিছে অদ্যাপিও সেই মানুহহে আছে, ভিন্ন মানুহ নহয়। লৰালুৰিৰ মুখ চাবৰ নিমিত্তে, কাপোৰ-কানিখান ধুৱলৈ আমি বন্দীহঁতেহে পঠাইছোঁ। মহকিনা গাৱঁৰ ওচৰতে তাৰে ভাই-ভতিজা সলনি হৈ বন্দীহঁতৰ লগত আছেহি। ইহঁতক কাটিলে-মাৰিলে কোনোবাই ৰাখিবনেকি? একোটি মানুহ কুৰি বংসৰেহে হয়। একোটা মানুহে একোখান পৰ্ব্বত। ডাঙৰ শত্ৰু সনিকটতে আছে। নাকাটি-নামাৰি ৰাখিলে এচুকত মেলিবলৈ পাব। কাটিলে-মাৰিলে স্বৰ্গদেৱৰহে টুটে।" এইদৰে কটকীয়ে ভালকৈ বুজোৱাত স্বৰ্গদেৱে স্বীকাৰ কৰি কলে,—"ভালহে কলি। কাটিলে-মাৰিলে মোৰহে টুটে। ৰাখিলোঁতো। আৰ আপাহ কোন ঠাইত পাবলৈ আছে।" ঐইবুলি সনাতন কটকীক নিজৰ নাৱত তুলি লৈ স্বৰ্গদেৱ গড়গাৱঁলৈ গল।

তৃতীয় ঘটনাটো ঘটিছিল ৰাজপুত ৰজা ৰামসিংহৰ যুদ্ধৰ সময়ত গুৱাহাটীৰ ইটাখুলিত লাচিত বৰফুকনৰ দোপদৰত। ফুকনে হাজোৰ সমীপত বাহৰ কৰি থকা মোগল-সৈন্য আক্ৰমণ কৰিবলৈ বিশেষ কাৰণত হোঁহকা-পিছলা কৰি আছিল। কিন্তু স্বৰ্গদেৱ চক্ৰধ্বজসিংহ মহাৰাজে বিলম্ব সহিব নোৱাৰি বৰফুকনলৈ টানকৈ লিখাত অসমৰ সৈন্যই আলাবৈত

মোগল-সৈন্যক আক্রমণ কৰে। তাৰ পৰিণামে, এদিনৰ যুদ্ধতে দহহাজাৰ অসমীয়া সৈন্য ৰাজপুত অশ্বাৰোহীৰ হাতত নিহত হয়। অসমীয়া সৈন্যৰ এই বিপৰ্য্যয়ত লাচিত বৰফুকনে মৰ্ম্মান্তিক দুখ পালে, আৰু স্বৰ্গদেৱলৈ এই বুলি কাকত লিখিবলৈ মন কৰিলে,—"আমাৰ মানত একোটা মানুহে একোটা হাতী। তাৰে ঘাটি-পিতি হয় বুলিহে আগ-পাচ চাওঁ। ডাঙ্গৰ কাৰ্য্যকামত ইমান মানুহ নপৰিলে, অল্পকাৰ্য্যত দহহেজাৰ লোক পৰিল!"

ৰাজমন্ত্রী আতন বুঢ়াগোহাঁই ডাঙ্গৰীয়াই বৰফুকনক বুজনি দিলে যে যুদ্ধৰ শেষ ফলাফলৰ নিমিত্তেহে আমি লক্ষ্য কৰিব লাগে, যুদ্ধ চলি থকা কালত কোনো হানি ঘটিলে তাক স্বৰ্গদেৱলৈ জনোৱাৰ আৱশ্যক নাই। ডাঙ্গৰীয়াই কলে,—"বাৰীৰ ভিতৰত পুখুৰী সিচোঁতেও আঠোটা-দহোটা মানুহক শিঙ্গিয়ে বিন্ধে; ইটো ৰণহে হৈছে, দুই-চাৰি লোক কিয় নপৰিব? এই কথা ৰজালৈ জনাবলৈ ভাল নহয়।" এই বুলি কথাটো বুঢ়াগোহাঁয়ে নিজৰ ভিতৰতে ৰাখিলে, আৰু বৰফুকনে স্বৰ্গদেৱলৈ জনাই নপঠিয়ালে।

ৰজা ৰামসিংহই অসমীয়া সৈন্যৰ যুদ্ধ-বিক্রম আৰু বহুবিধ কাৰ্য্য-কুশলতা দেখি প্রশংসা কৰি কৈছিল,—"প্রত্যেক অসমীয়া সেনাই নাও বাব পাৰে, কাঁড় মাৰিব পাৰে, মাটী খানিব পাৰে, আৰু টোপ-হিলৈ মাৰিব পাৰে। এনেকুৱা

সকলো কামতে নিপুণ সেনা ভাৰতবৰ্ষৰ কোনো ঠাইতে মই দেখা নাছিলোঁ।"

এনে অসমীয়াৰ প্ৰতিজনকে সুস্থ সবল নিঘুণীয়াকৈ ৰাখি আত্মবিকাশৰ সুযোগ দিয়াটোৱেই হব লাগিব স্বাধীন অসমৰ জাতীয় নীতিৰ সৰ্ব্বপ্ৰধান উদ্দেশ্য।

আগষ্ট ১৯৪৯, ১৯৫০।

# বৰ-অসম আৰু বুৰঞ্জীৰ বাণী

মানুহে কয় বৃহত্তৰ অসম। কিন্তু তাতোকৈ শুনিবলৈ সোৱাদ লাগে 'বৰ-অসম' নামটোহে। বৃহত্তৰ অসম বা 'গ্ৰেটাৰ' অসম মানে যি 'বৰ-অসম' মানেও সেই। কৰতোয়াৰ পৰা আৰম্ভ কৰি শদিয়া পৰ্য্যন্তে যি ৰাজ্যখণ্ডৰ ওপৰত একালত ভগদত্ত নৃপতিৰ গজধ্বজা উৰিছিল, বৰ্ত্তমান অসম উপত্যকা, ভুটান, ৰংপুৰ, কোচবেহাৰ, মৈমনসিংহৰ উত্তৰ-পূব অঞ্চল আদি যাৰ অন্তৰ্ভুক্ত আছিল, 'বৰ-অসম' মানে সেই ৰাজ্যকে বুজোৱা হৈছে। নামঘাৰ অসমীয়া। বাই-ভনী চহা-গাৱঁলীয়া শিক্ষিত-অশিক্ষিত সকলোৱে বুজি পাব বুলি 'বৰ-অসম' শব্দ ব্যৱহাৰ কৰা হল।

খৃষ্টীয় দ্বাদশ শতাব্দীত বৰ-অসমৰ বিলৈ আৰম্ভ হল। সুবিস্তীৰ্ণ কামৰূপ-সাম্ৰাজ্য ডোখৰা-ডোখৰ হোৱাত ঠায়ে-ঠায়ে সৰু-সৰু ৰজা আৰু ৰজা-পোৱালিৰ আবিৰ্ভাব হল। মানাহা নৈৰপৰা আৰম্ভ কৰি কৰতোয়া-পৰ্য্যন্ত ৰত্নপীঠ নামক ৰাজ্যখণ্ড ৰাজ্য-উত্থান-পতনৰ লীলাভূমি হবলৈ ধৰিলে। ইয়াৰ কাৰণ, ভাৰতৰ পূৰ্ব্ব-প্ৰান্তত আফ্‌গান আৰু পাঠান ক্ষমতাৰ বিস্তৃতি-লাভ।

ত্ৰয়োদশ শতাব্দিত কমতা ৰাজ্য স্থাপিত হই ক্ৰমে প্ৰতিপত্তি লাভ কৰিবলৈ ধৰিলে। কমতেশ্বৰ দুৰ্ল্লভেন্দ্ৰনাৰায়ণ ৰজাৰ পৃষ্ঠপোষকতাত অসমীয়া কবিয়ে বিচিত্ৰ কাব্য ৰচনা কৰিলে। খৃষ্টীয় পঞ্চদশ শতিকাৰ শেষভাগত কমতাধিপতি

নীলাম্বৰে আলাউদ্দিন হুচেইন শ্যাহৰ ছল-চক্রান্তত ৰাজ্য হেৰুৱাত কামতাৰ ক্ষমতা লোপ পালে। হুচেইন শ্যাহে "কমতা আৰু কামৰূপ দিগ্বিজয়ী চুলতান" খিতাপ লৈ মোহৰ মাৰিবলৈ ধৰিলে। এই নকৈ বিজিত ৰাজ্যত খোপনি পুতি বিদেশীয়ে মানাহা পাৰ হৈ ঘাই অসমত সোমাবৰ যোজা কৰিলে।

১৫২৮ খৃষ্টাব্দত গৌড় পাদশ্যাহৰ বংশৰ তুৰ্ব্বক নামে এজন সেনাপতিৰ সৈন্যই মানাহা চেৰাই কলিয়াবৰ পৰ্য্যন্তে বিয়পি পৰিল। ইতিমধ্যে সৌমাৰপীঠত ৰাজ্য স্থাপন কৰি আহোম শক্তিয়ে ক্রমান্বয়ে কামপীঠ, স্বৰ্ণপীঠ আৰু ৰত্নপীঠত প্রভুত্ব বিস্তাৰৰ উদ্যম কৰিলে। পূবৰপৰা পশ্চিমলৈ বাঢ়ি-অহা আহোম-শক্তি, আৰু পশ্চিমৰপৰা পূবৰ ফালে হেচি সোমাব খোজা মুচলিম শক্তি, এই দুয়োৰো মাজত সংঘৰ্ষ লাগিল। তুৰ্ব্বকৰ সৈন্যৰ লগত অসমীয়া সৈন্যৰ তিনি বছৰ ধৰি নানা ঠাইত যুদ্ধ-বিগ্রহ চলিবলৈ ধৰিলে। ভৰলীৰ যুদ্ধত তুৰ্ব্বকৰ সৈন্য পৰাস্ত হল। অসমৰ সেনাপতি আছিল ফাচেনমুং বৰগোহাই, গড়গঞা ডেকাৰজা আৰু কনচেং বৰপাত্ৰ গোহাই। এই ৰণতে ফাচেনমুং বৰগোহাইৰ মৃত্যুৰ পাচত তেওঁৰ পত্নী মূলা গাভৰুৱে ঘোৰাত উঠি যুদ্ধ কৰিছিল। অসমীয়া সৈন্যৰ হাতত তুৰ্ব্বক আৰু তেওঁৰ প্ৰধান সেনাপতি হুচন-খাঁই প্ৰাণ হেৰুৱালে। কনচেং বৰপাত্ৰগোহাই আৰু গড়গঞা ডেকাৰজাই কৰতোৱা-নৈলৈকে বিদেশী আক্ৰমণকাৰীক মাৰি-কাটি খেদি নি তাৰ

পানীত অস্ত্র ধুই তাতে সীমা পাতি দৌল-পুখুৰী সাজি চিন থৈ আহিল। তাৰে পৰা গৌড়েশ্বৰৰ লগত অসমৰ মিত্রতা হল। এই দিগ্বিজয়ৰ আপাহ-স্বৰূপে উৰিষ্যাৰ ইন্দ্রদ্যুম্ন ৰজাৰ বংশী পুৰুষোত্তম গজপতিৰ পুত্র জগন্নাথ গোসাঁইৰ সেৱক বিক্রমসেন ৰজাৰ জৰীয়তে অসমীয়া বিষয়াই চুহুংমুং দিহিঙ্গীয়া স্বৰ্গদেৱৰ নামে পুৰীত পুখুৰী খানি ইটাৰ পাৰ বান্ধি উচৰ্গা কৰাই দান-দক্ষিণা কৰিলে।

এইদৰে ৰত্নপীঠত বিদেশীৰ প্রতিপত্তি টুটি আহিল। হাৰিয়া মণ্ডলৰ পুতেক বিশ্বসিংহই কমতা ৰাজ্যৰ ঠাইত নতুন ৰাজ্য স্থাপন কৰিলে, নাম হল কোচবেহাৰ। কিন্তু বহুতদিনৰ পাচলৈকে কোচবেহাৰৰ নৃপতিসকল কমতাধিপতি বুলি অভিহিত হৈছিল। বিশ্বসিংহ আৰু তেওঁৰ পুতেক নৰনাৰায়ণ ৰজাৰ দিনত কোচান আৰু আহোমৰ সংঘৰ্ষ হৈছিল। চিলাৰায়ৰ পুতেক ৰঘুদেৱ, আৰু ৰঘুদেৱৰ পুতেক পৰীক্ষিত-নাৰায়ণ, এওঁলোক দুজনাৰ দিনত গুৱাহাটীলৈকে কোচৰ সীমা ধাৰ্য্য হৈছিল। সোণকোষ নদীৰ পূবে থকা ৰাজ্যৰ নাম কোচহাজো আৰু পশ্চিম খণ্ডৰ নাম কোচবেহাৰ হল। কোচবেহাৰৰ অধিপতি নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণ আৰু মোগল বাদশ্বাহ আকবৰৰ দিনত কোচবেহাৰ মোগলৰ শাসনাধীন হল। কিন্তু কোচহাজো পৰীক্ষিতৰ তলত স্বাধীনভাবে প্রবৰ্ত্তিবলৈ ধৰিলে। পৰীক্ষিতৰ লগত মোগলৰ যুদ্ধ হল, সেই যুদ্ধৰ ফলস্বৰূপে কোচহাজো মোগলৰ তলতীয়া

হ'ল। ইয়াৰ পাচত মোগল আৰু আহোমৰ নানান যুদ্ধ-বিগ্ৰহ হোৱাত কোচহাজোত মোগলৰ ক্ষমতা ক্ৰমান্বয়ে হ্ৰাস পাবলৈ ধৰিলে। ১৬৭৫ খৃষ্টাব্দত গোটেই কোচহাজো আহোমে অধিকাৰ কৰিলে। আহোম আৰু মোগলৰ পুনৰ যুদ্ধ আৰম্ভ হ'ল। তাৰ ফলত ১৬৩৯ খৃষ্টাব্দত আল্লায়াৰ-খাঁ নবাব আৰু মোমাই-তামুলী বৰবৰুৱাৰ মাজত হোৱা সন্ধিসূত্ৰে কোচ-হাজো পুনৰ মোগলৰ তলতীয়া হ'ল। কোচহাজোত মোগল শাসনকৰ্ত্তাই নিজে শাসন কৰিবলৈ ধৰিলে, আৰু কোচবেহাৰত মোগলৰ কৰতলীয়াভাৱে লক্ষ্মীনাৰায়ণৰ সন্ততিসকলে ৰাজত্ব কৰিলে।

অসমীয়াই বসতি কৰা ৰত্নপীঠ ৰাজ্যখণ্ড যাই অসমৰপৰা ভৌগোলিক হিচাবে আঁতৰি পৰাতো তাৰ ৰজাসকলে অসমীয়া বুলি কীৰ্ত্তি-কলাপে পৰিচয় দিছিল।

মহাৰাজ নৰনাৰায়ণ আৰু তেওঁৰ ভায়েক চিলাৰায় দেৱানে বৰ-অসমক একে-শাসনৰ ডোলেৰে বান্ধিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে অসম, কছাৰী, মণিপুৰ, জয়ন্তা, ত্ৰিপুৰা, শ্ৰীহট্ট, খৈৰামি, ডিমৰুৱা, এই ৰাজ্যবোৰ বশ কৰি বৰ-অসমক আৰু বহল কৰিবলৈ গৌড়ৰ লগতো যুদ্ধ কৰিছিল। কিন্তু, চিলা-ৰায়ৰ মৃত্যুৰ পাচত এই ৰাজ্য-সমষ্টি একছত্ৰৰ তলত সৰহকাল তিষ্ঠিব নোৱাৰিলে।

মহাৰাজ নৰনাৰায়ণে সাহিত্য আৰু ভাষাৰ ডোলেৰে সুবিস্তীৰ্ণ বৰ-অসমক বান্ধি থৈ গৈছে। মহাপুৰুষ শঙ্কৰদেৱৰ

দ্বাৰা 'ভাগৱত' আৰু কবিবৰ ৰামসৰস্বতীৰ দ্বাৰা 'মহাভাৰত' অনুবাদ কৰাই স্ত্রী আৰু শূদ্রৰ মাজতো কাব্যৰস পান কৰিবলৈ সম্ভাৰ দি মহাৰাজ নৰনাৰায়ণে চিৰকাললৈ বৰ-অসমৰ ভেটি সুদৃঢ় কৰি গল। ৰাজনৈতিক আৰু ভৌগোলিক সূত্রে বৰ-অসমৰ ঐক্যবন্ধন ছিঙ্গি গলেও এই খিলঞ্জীয়া সাহিত্যৰ গ্রন্থী কেতিয়াও ছিঙ্গিব নোৱাৰে। ইয়াৰ বাহিৰেও কামাখ্যাৰ মন্দিৰ নৰনাৰায়ণ আৰু চিলাৰায়ৰ, আৰু হাজোৰ মাধৱৰ মণিকুট ৰঘুদেৱ ৰজাৰ কীৰ্ত্তি।

প্রাচীন কামৰূপ ৰাজ্য ছিন্ন-বিচ্ছিন্ন হোৱাৰ পাচত বৰ-অসমক একেলগ কৰিবৰ প্রথম চেষ্টা কৰিছিল মহাৰাজ নৰ-নাৰায়ণে, কিন্তু কালৰ বিক্রমত ১৬৩৯ খৃষ্টাব্দত সেই বৰ-অসমত তিনি তৰপীয়া শাসনৰ সূচনা হল। প্রথম, খাই অসমত স্বাধীন আহোম ৰাজত্ব; দ্বিতীয়, কোচহাজোত মোগলৰ শাসন; আৰু তৃতীয়, কোচবেহাৰত বেহেৰুৱা ৰজাৰ মোগলৰ তলে কৰদ-মিত্র ৰাজত্ব।

১৬৪৮ খৃষ্টাব্দত জয়ধ্বজসিংহ স্বৰ্গদেৱে সিংহাসনত উঠি দেখিলে যে সোণৰ সঁফুৰা গুৱাহাটী ৰাজ্যত বিদেশীৰ সদৰ্প পদাঙ্ক। শ্যাহজাহান বাদশ্যাহৰ নৰিয়া অৱস্থাত পুতেকহঁতৰ মাজত হোৱা কন্দলৰ ছেগ লৈ জয়ধ্বজসিংহ স্বৰ্গদেৱে কোচ-হাজোৰ পৰা মোগলক খেদিবলৈ আৰু মানাহাৰ সিপাৰৰ ৰাজ্যখণ্ড অসমৰ চামিল কৰিবলৈ সৈন্য পঠিয়ালে। স্বৰ্গদেৱে কলে,—"পূৰ্ব্বে কৰতীয়া-গঙ্গালৈকে আমাৰ গড়গঞা ৰজাদেৱে

লৈ মঠ-পুখুৰী সাজি চিন থৈ আহিল, পৰে বাদচাহে ললে। এতিয়া এই ছলতে আমি লব লাগে।” সেইদৰে কোচবেহাৰৰ ৰজা প্ৰাণনাৰায়ণে মোগলৰ প্ৰভুত্ব দলিয়াই পেলাবলৈ সংকল্প কৰি গুৱাহাটীৰ ফালে ভৱানাথ কাৰ্জ্জি নামে সেনাপতিৰ তলে সৈন্য পঠিয়ালে। গুৱাহাটীৰ মোগল ফৌজদাৰ লুৎফুল্লা চিৰাজী দুয়োপিনৰ শত্ৰুৰ হেচা সহিব নোৱাৰি ঢাকালৈ পলাই গ'ল। তাৰ পাচত অসম আৰু ভৱানাথ কাৰ্জ্জিৰ যুদ্ধ লাগিল, ভৱানাথ পৰাস্ত হ'ল। ইয়াতে সন্তুষ্ট নাথাকি স্বৰ্গদেৱে সৈন্য পঠাই মানাহাৰ সিপাৰে ঢাকাৰ সমীপৱৰ্ত্তী হাতীচলা-বৰীতলালৈকে গোটেই ৰাজ্য উবাৰ কৰি অসংখ্য মোগল প্ৰজা অসমলৈ ধৰি আনিলে। বৰ-অসম উদ্ধাৰ কৰাৰ এয়ে দ্বিতীয় চেষ্টা। ১৬৬০ খৃষ্টাব্দত জয়ধ্বজ সিংহ স্বৰ্গদেৱ স্বৰ্গী হোৱাহেঁতেন তেওঁ এজন পৰাক্ৰমী বীৰ-পুৰুষ বুলি অসমীয়াৰ চিৰ-আদৰণীয় হৈ থাকিলহেঁতেন।

কিন্তু কালৰ গতিত জয়ধ্বজসিংহ স্বৰ্গদেৱ 'ভগনীয়া ৰজা' বুলি বুৰঞ্জীত প্ৰসিদ্ধ হ'ল। সিংহাসনত গজগজীয়াকৈ বহি আওৰংজেৱ বাদশ্যাহে মীৰজুম্‌লা নবাবক অসম আৰু কোচবেহাৰৰ বিৰুদ্ধে পঠালে। অসমীয়াৰ ভিতৰত আতঙ্ক আৰু আত্মকন্দল উপস্থিত হ'ল। মানাহামুখ, পাণ্ডু আৰু গুৱাহাটীত থকা আহোম সেনাপতিসকলে মনথিৰ ভৰালী-বৰুৱাক স্বৰ্গদেৱে যুদ্ধৰ চৰ্দ্দাৰ পতাত ঠেহ পাতি ৰণলৈ মন এৰি উজাই যাবলৈ ধৰিলে;

এইখিনিতে বুৰঞ্জী লিখকে আক্ষেপ কৰি কৈছে,—“কাণ্ড-কাঠীও মাৰোঁতা নহল পণ্ড-শৰাইঘাটত।” চামধৰা বা তেজপুৰৰ দুয়োপাৰে অসম আৰু মোগলৰ ভীষণ যুদ্ধ লাগিল। মোগল-সৈন্য বিজয়ী হৈ ক্ৰমান্বয়ে উজাই গৈ ১৬৬২ খৃষ্টাব্দৰ মাৰ্চ্চ মাহত গড়গাওঁ অধিকাৰ কৰিলে। ইতিমধ্যে জয়ধ্বজসিংহ ৰজাই বিদেশী অহা গম পাই নগৰ এৰি নামৰূপলৈ গ'ল। তাতে থাকি স্বৰ্গদেৱে মন্ত্ৰীসকলক দিহা-পোহা উৎসাহ-উদগনি দি মোগলৰ বিৰুদ্ধে যুদ্ধ পৰিচালনা কৰি সাৰশেহত সন্ধি স্থাপন কৰি মীৰজুমলাক সসৈন্যে ৰাজ্যৰপৰা সম্প্ৰতিকলৈ ওঁাতৰাই পঠালে। তথাপি যুদ্ধৰ প্ৰথম অৱস্থাত ৰাজ্যক দলনিত পোনা মেলি পলাই যোৱাৰ কাৰণে জয়ধ্বজসিংহ স্বৰ্গদেৱে “ভগনীয়া ৰজা” বুলি অপবাদ ভুঞ্জি আহিছে।

১৬৬৩ খৃষ্টাব্দৰ আদিতে অসম আৰু মোগলৰ সন্ধি হয়। সেই সন্ধি মতে প্ৰকৃত-প্ৰস্তাৱে ১৬৩৯ খৃষ্টাব্দৰ সীমাকে পুনৰ ধাৰ্য্য কৰা হল, অৰ্থাৎ গুৱাহাটী সমন্বিতে মানাহালৈকে গোটেই ৰাজ্য মোগলৰ তলতীয়া হল। স্বৰ্গদেৱৰ কন্যা ৰমণী গাভৰু আৰু তিপাম ৰজাৰ জীয়েকক মোগল অন্তেষপুৰলৈ দিয়া হল, আৰু হাতী আৰু টকাৰ পেচকচ দিবলৈ অসম ৰজাই গাত ললে। লাজ অপমান আৰু শোকত নিৰন্তৰে চকুপানী টুকি ১৬৬৩ খৃষ্টাব্দৰ নভেম্বৰ মাহত জয়ধ্বজসিংহ স্বৰ্গদেৱে ইহলীলা সম্বৰণ

কৰিলে। চক্ৰধ্বজসিংহ সিংহাসনত উঠিল। মোগলক পেচকচ দিয়াত যৎসামান্য হীনডেৰী হোৱাত মোগল কৰ্ম্মচাৰীৰ আইচতি ৰৰকথা শুনিব লগাত স্বৰ্গদেৱে কলে,—"বঙ্গালৰ অধীন হুই থাকিবতকৈ মৰণেসে উচিত।" স্বৰ্গদেৱে বহুপ্ৰবন্ধে সৈন্য-সামন্ত শিকাই-বুজাই লাচিত ফুকনক সেনাপতি পাতি গুৱাহাটী ৰাজ্য উদ্ধাৰ কৰিবলৈ পঠিয়ালে। অসমীয়া সৈন্য আৰু সেনা-নায়কৰ যুদ্ধবিক্ৰমৰ ফলস্বৰূপে মানাহালৈকে এই সমস্ত গুৱাহাটী ৰাজ্য পুনৰ উদ্ধাৰ হল, খৃঃ ১৬৬৭, আগষ্ট মাহ। দেশপ্ৰেমিক ক্ষত্ৰনৃপতি চক্ৰধ্বজসিংহ স্বৰ্গদেৱে এইবাৰ আনন্দত উল্লসিত হৈ কলে,—"এতিয়াহে মই সুখেৰে ভাত এগৰাহ খাওঁ।" স্বৰ্গদেৱ চক্ৰধ্বজসিংহৰ এই দুই বাণী অসমীয়াৰ শৌৰ্য্য-বীৰ্য্য দেশপ্ৰেম স্বাৰ্থত্যাগ ৰণকৌশল আদি বিবিধ পাৰিজাত কুসুমৰ মালাৰে সংযুক্ত দুটি সুবৰ্ণৰ স্তম্ভস্বৰূপ।

ভাৰতৰ পূৰ্ব্বসীমান্ত অসমত মোগল প্ৰভাৱ ক্ষণিকতে নিৰ্ব্বাপিত হোৱাত আওৰংজেব বাদশ্যাহে ৰাজপুত বীৰ অম্বৰাধিপতি ৰামসিংহ ৰজাক অসম-ৰণলৈ পঠিয়ালে। বীৰত্বৰ বৰমাল্য নিষ্প্ৰভ নোহোৱাকৈ চক্ৰধ্বজসিংহৰ মৃত্যু হল। তেওঁৰ পৰবৰ্ত্তী স্বৰ্গদেৱ উদয়াদিত্যসিংহৰ দিনত শৰাইঘাটৰ যুদ্ধত ৰামসিংহৰ অসংখ্য সেনাবাহিনী অসমীয়াৰ হাতত পৰাস্ত হল, খৃঃ ১৬৭১, এপ্ৰিল। এই যুদ্ধৰ দিনচেৰেকৰ পাচতে লাচিত বৰফুকনৰ মৃত্যু হয়। ৰামসিংহই ধুবুৰীৰ

সমীপবৰ্ত্তী মোগলৰ থানা ৰঙ্গামাটিত থাকি পাঁচ বছৰ ধৰি থাপ লৈ পুনৰ অসম আক্ৰমণৰ চেষ্টা কৰি আছিল। সেই আশঙ্কাত অসমৰ চতুৰ মন্ত্ৰী আৰু বীৰপুৰুষসকল গুৱাহাটিতে গড়প্ৰাঙ্গি কৰি সাষ্টম হৈ থাকিবলৈ বাধ্য হোৱাত উজনিৰ গড়গাওঁ চহৰখনি উচ্চাভিলাষী স্বাৰ্থান্ধ বিষয়াৰ চক্ৰান্তৰ লীলাক্ষেত্ৰ হৈ পৰিল। আজি এজন ৰজা সিংহাসনত, দুদিনৰ পাচত তেওঁৰ হত্যা, তাৰ পাচত আন এজন নিশকতীয়া ৰজা,—কুচক্ৰী বিষয়াৰ হেংদানৰ প্ৰকোপত ৰজা-প্ৰজা কাৰো জীৱনৰ স্থিৰতা নোহোৱা হল। গড়গাৱঁৰ কথা শুনি মানুহ তল যাবলৈ ধৰিলে। ৰজাৰ কোঁৱৰসকল প্ৰাণৰ ভয়ত দিহিঙ্গে-দিপাঙ্গে পলাল। বীৰবৰ লাচিত বৰফুকনৰ ককায়েক লালুক-সোলা বৰফুকনে মোগলৰ সহায়েৰে অসম ৰাজ্যৰ অধিকাৰী হবৰ অভিপ্ৰায়ে দেৱৰো দুৰ্গম গুৱাহাটীৰ গড় মোগলৰ সেনাপতি মনচুৰ-খাঁক বিনাযুদ্ধে এৰি দিলে, ফেব্ৰুৱাৰী ১৬৭৯ খৃষ্টাব্দ।

কামৰূপ ৰাজ্যখন বঙ্গালৰ বুকুত মিত্ৰভাৱে সমৰ্পণ কৰি লালুক বুঢ়াফুকনে গড়গাৱঁলৈ গৈ স্বয়ংৰূপে প্ৰৱৰ্ত্তিবলৈ ধৰিলে। চুডৈফা পৰ্ব্বতীয়া ৰজাক হত্যা কৰি লালুক বুঢ়াফুকনে চৈধ্য-বছৰীয়া চামগুৰীয়া কোঁৱৰক আনি সিংহাসনত বহুৱালে, নতুন ৰজাৰ নাম হল চুলিকফা ৰত্নধ্বজ-সিংহ। নিজৰ পাঁচ-বছৰীয়া কন্যাক লৰাৰজালৈ বিয়া দি বুঢ়াফুকনে নিজৰ প্ৰভুত্ব আৰু ক্ষমতা বঢ়োৱাৰ পথ সুচল

কৰি ললে। নিজৰ বাঢ়ি-অহা ৰাজশক্তিৰ প্ৰধান অন্তৰায় গদাপাণি কোঁৱৰক বুঢ়াফুকনে বধিবৰ মন কৰি বিচাৰি নেপাই কোঁৱৰৰ ভাৰ্য্যা সতী জয়মতীক চাওদাঙ্গৰ হতুৱাই শাস্তি দি বধ কৰিলে। ফুকলীয়া লৰা সিংহাসনত, তাতে বুঢ়াফুকনৰ জোঁৱাই, সাতঘাটৰ সৈয়াকণী লালুক বুঢ়াফুকনৰ কাৰ্য্যত লৰাৰজাই হেতা-ওপৰা কৰাটো আশাতীত।

সতী নাৰীৰ শোণিতেৰে মাতৃভূমি ৰঞ্জিত হোৱাত বিষয়াসকলে চেতনা লাভ কৰিলে। নগঞা শইকীয়া ভোটাই ডেকা আৰু মাধৱ তামুলীয়ে বুঢ়াফুকনক নিজঘৰতে ৰাতি খুচি মাৰিলে। গুৱাহাটি হল মোগল ফৌজদাৰ মনচুৰ-খাঁৰ প্ৰাদেশিক ৰাজধানী। অসমীয়া সেনাপতি আৰু অন্যান্য বিষয়াসকলে কলিয়াবৰত গোট খাই ৰাজ্য-ৰক্ষাৰ উপায় চিন্তিলে। সেই মেললৈ গড়গঞা বিষয়াসকলকো মাতি অনা হৈছিল। দুৱাৰত বিদেশীয়ে খুন্দিয়াব ধৰিছে, ভিতৰত অনৈক্য আৰু অশান্তি, এনে অৱস্থাত "অসামৰ্থ ৰজায়ে ৰাজ্য ৰক্ষা কৰিব কেনেকৈ ?"—এয়ে হল মেলৰ আলোচ্য বিষয়। গদাপাণি কোঁৱৰৰ পৰাক্ৰমৰ কথা আগেয়ে জনা আছিল। তেওঁকে আনি ১৬৮১ খৃষ্টাব্দৰ আগষ্ট মাহত কলিয়াবৰতে ৰজা পাতি বিষয়াসকলে গড়গাওঁলৈ উজাবলৈ ধৰিলে। সিংহাসনত যথানিয়মে গদাধৰসিংহ ৰজা অধিষ্ঠিত হল। ন-ৰজা ৰজাৰ আজ্ঞাৰে লৰাৰজাক বধ কৰা হল।

সিংহাসনত উঠি গদাধৰসিংহই ৰাজক্ষমতা সুদৃঢ় কৰি লৈ গুৱাহাটী উদ্ধাৰ কৰিবৰ মনেৰে সৈন্য পঠিয়ালে। ভুৰি-মুৰি কৰিব নোৱাৰা মহাপৰাক্রমী গদাধৰসিংহ স্বর্গদেৱ অসম-ৰাজ্যৰ গুৰিয়াল, অসমীয়া সৈন্যই প্রাণটাকি যুদ্ধ কৰি ইটাখুলিৰ যুদ্ধত মোগল ফৌজাদাৰ মনচুৰ-খাঁৰ সৈন্যক পৰাস্ত কৰি মানাহালৈকে খেদি নি তাতে অসমৰ পশ্চিম সীমা ধাৰ্য্য কৰিলে, খৃঃ ১৬৮২, আগষ্ট মাহ। সেই সীমা লৰচৰ নোহোৱাকৈ বৃটিছ অহাৰ দিনলৈকে প্রৱৰ্ত্তিত হৈ আছিল।

১৬৯৬ খৃষ্টাব্দত গদাধৰসিংহৰ মৃত্যু হয়। পিতৃৰজাৰ সুচতুৰ ৰাজ্য-শাসনৰ ফলস্বৰূপে সুস্থিৰ ৰাজ্যৰ অধিকাৰী হৈ পুতেক মহাৰাজ ৰুদ্রসিংহই বৰ-অসমৰ সিচৰতি হৈ পৰি থকা ৰাজ্য কিখণ্ড 'সাত ৰাজ মাৰি একৰাজ' কৰিবলৈ, অৰ্থাৎ একছত্রৰ তলত আনিবলৈ চেষ্টা কৰিলে। আগৰ দিনত পৰাক্রমী ৰজামাত্রেই ওচৰ-পাঁজৰৰ ৰাজ্য অধিকাৰ কৰি এক-মণ্ডলৰ ভিতৰত অন্তৰ্ভুক্ত কৰি "ৰাজাধিৰাজ ৰাজচক্রৱৰ্ত্তী" খিতাপ লাভ কৰা ৰজাৰ স্বাভাৱিক ধৰ্ম্ম বুলি বিবেচনা কৰিছিল।

পোনপ্রথমে অসমৰ দাঁতিকাষৰীয়া ৰাজ্য বশ কৰি বা তাৰে সৈতে মিত্রতা স্থাপন কৰি ৰুদ্রসিংহ স্বর্গদেৱে অসমৰ ক্ষত্রশক্তি বঢ়াবলৈ চেষ্টা কৰিলে। কছাৰী ৰজাক জয়ন্তাৰ আক্রোশৰ পৰা উদ্ধাৰ কৰা হল। বিশ্বনাথ ক্ষেত্রত স্বর্গদেৱে দৰবাৰ পাতি কছাৰী ৰজা তাম্রধ্বজক

বাওঁ-আঠুত আৰু বৰপুত্ৰ শিৱসিংহক সোঁ-আঠুত বহুৱাই সত্য প্ৰতিষ্ঠা কৰি কলে—"এই দুই মোৰ পো।" তেতিয়াৰে পৰা কাছাৰ আৰু অসমৰ পিতা-পুত্ৰ সম্বন্ধ স্থাপিত হল। তাৰ পাচত স্বৰ্গদেৱে জয়ন্তা ৰজা ৰামসিংহকো সেইদৰে দৰবাৰ পাতি আদৰ-সম্ভাষণ জনালে। ইয়াৰ বাহিৰেও দৰং, বৰদুৱাৰ, ন-দুৱাৰ, পাস্তন, ভোলাগাওঁ, মৈৰাপুৰ, ৰাণী, লুকী, বনগাওঁ, পাণবাৰী, খোলা, নেলি, গোভা, চহৰী, ডিমৰুৱা আদি ৰাজ্যৰ ৰজাসকলেও স্বৰ্গদেৱক কৰভাৰ দি স্বৰ্গদেৱৰ সকলো কাৰ্য্য-কামৰ কাৰণে তিয়াৰ হৈ আছিল। ৰজাদেৱে কটকী দলৈ দোৱনীয়া মানুহ পঠাই পূৰ্ব্বৰ মিত্ৰতা আৰু সুদৃঢ় কৰিলে। ইয়াৰ বাহিৰেও ডফলা জাতিক বশ্য কৰি স্বৰ্গদেৱে ডফলাৰ দুৰ্দ্দমনীয় সাহ-পিত অসমীয়াৰ ক্ষত্ৰশক্তিৰ অঙ্গীভূত কৰি ললে।

সামৰিক আৰু অন্যান্য বিষয়ত ভাৰতৰ ভিন-ভিন দেশৰে সৈতে অসমক সমকক্ষ কৰিবৰ নিমিত্তে স্বৰ্গদেৱ ৰুদ্ৰসিংহই খাউন্দ আৰু বৈৰাগীৰ খেল সৃষ্টি কৰি শিক্ষিত সুচতুৰ দূত হিন্দুস্থানৰ চাৰিওফালে পঠিয়াবলৈ ধৰিলে। খেনোৱে ৰাজত্ব কৰে নিজৰ ভোগ-বিলাস-বাসনা চৰিতাৰ্থ কৰিবৰ নিমিত্তে; খেনোৱে ৰাজত্ব কৰে ৰাজ্যৰ পূৰ্ব্বে চলি অহা উন্নতি-প্ৰতিষ্ঠা আৰু অৱস্থাকে লৰচৰ নোহোৱাকৈ ৰক্ষা কৰিবলৈ; আৰু খেনোৱে ৰাজত্ব কৰে নিজৰ দেশক মান-মৰ্য্যাদা-শিক্ষা-গৌৰবৰ উচ্চশৃঙ্গত অধিষ্ঠিত কৰিবলৈ। স্বৰ্গদেৱ

ৰুদ্ৰসিংহ আছিল এই সৰ্ব্বোত্তম শ্ৰেণীৰ নৃপতি। তেওঁৰ যোল-বছৰীয়া ৰাজত্বৰ একমাত্ৰ উদ্দেশ্য আছিল, সভ্যজগতৰ সম্মুখত অসমৰ প্ৰতিপত্তি বঢ়োৱা। সতী জয়মতীৰ লাই-কোঁৱৰ যে এনে দেশানুৰাগী হব সি একো আচৰিত নহয়।

অসমৰ দাঁতিকাষৰীয়া ৰজাসকলৰ মিত্ৰতা আৰু হিন্দুস্থানৰ নানা দেশৰ আও-ভাও আৰু যুদ্ধ-প্ৰণালী জ্ঞানেৰে পৰিপুষ্ট হৈ মহাৰাজ ৰুদ্ৰসিংহই দিগ্বিজয় বাসনা কৰিলে। তেওঁৰ প্ৰধান উদ্দেশ্য আছিল ৰত্নপীঠ উদ্ধাৰ কৰি বৰ-অসমক পুনৰ একছত্ৰৰ অধীন কৰা। প্ৰাচীন কামৰূপৰ পশ্চিমপ্ৰান্ত তেতিয়া বহুবছৰ ধৰি মোগলৰ তলতীয়া। বঙ্গৰ চুবেদাৰে ৰঙ্গামাটিত থকা ফৌজাদাৰৰ জৰীয়তে তাক শাসন কৰিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত মুৰ্চ্চিদ-কুলি-খাঁ বঙ্গৰ শাসনকৰ্ত্তা আছিল। মুৰ্চ্চিদ-কুলিয়ে তলতীয়া ৰজালৈ পঠোৱাৰ দৰে আহোম স্বৰ্গদেৱলৈকো খিলাত বা পাগ-জেমাৰ উপহাৰ পঠিয়াইছিল। ইয়াতে আত্মাভিমানী ৰুদ্ৰসিংহ স্বৰ্গদেৱ বিষমকৈ ক্ষুণ্ণ হৈছিল। তাৰ উপৰিও অসমীয়া প্ৰজাই ভাগীৰথী আৰু কৰতোয়া-গঙ্গাত তীৰ্থ কৰিবলৈ যাওঁতে বাটত স্থানীয় মোগল কৰ্ম্মচাৰীৰ পৰা নানান নিৰ্য্যাতন সহিছিল। সেইদেখি স্বৰ্গদেৱে বঙ্গ আক্ৰমণ কৰিবৰ মনস্থ কৰিলে।

বঙ্গ-দিগ্বিজয় উদ্দেশ্যে স্বৰ্গদেৱে তিনি ডাঙৰীয়া ৰৰুৱা-ফুকন সকলোকে চপাই ৰণ-মেল পাতিলে। সেই মেলৰ

উক্তিবোৰত অতীতৰ অসমীয়াৰ দেশাত্মবোধ যিদৰে ফুটি ওলাইছে তাৰ পৰা এই ৰণ-মেলৰ বিবৰণী-খণ্ড অসমীয়া সাহিত্যৰ এডুখৰি উৎকৃষ্ট চানেকি-স্বৰূপে চিৰকাল জিলিকি থাকিব। সেইদেখি আমি তাক বুৰঞ্জীত পোৱাৰ দৰে হুবহু তলত তুলি দিলোঁ।—

"পূৰ্ব্বে ৰুদ্ৰসিংহ স্বৰ্গদেৱে ১৬৩৫ শকৰ ভাদৰ দিনত লাইথপনা গোহাঁঞিৰ পুতেক বৰগোহাঁঞি, কুৰৈঁগঞা ফুকন বুঢ়াগোহাঁঞি, কেন্দুগুৰীয়া ডেকা বৰপাত্ৰ গোহাঁঞি, এই তিনিজনা ডাঙৰীয়া প্ৰমুখ্যে বৰুৱা ফুকন সমস্তোতে সুধিলে বোলে,—'মঞি ঢকা সীমাকৈ বঙ্গাগঢ়াৰ পৰা এই ৰাজ্যখানি সাৰিবলৈ মন কৰোঁ। তোমালোকে কি বোলা?'

"কেন্দুগুৰীয়া বৰপাত্ৰগোহাঁঞে মহাৰাজাৰ কথাতে ভৰ দি বোলে,—'স্বৰ্গদেৱে উত্তমহে সুধিছে। কৰতীয়া-গঙ্গা সীমা কৰি আমাৰ ৰাজ্য। আমি মন-কাণ নেদিবৰ দ্বাৰাইহে শত্ৰুয়ে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি, আপোনাৰ সীমনা ৰাখি ৰাজ্য লৱনেসে যোগ্য। আৰু নাও-নাৱৰা আহিলা-পাতি বহুতো হুইছে। স্বৰ্গদেৱৰ আজ্ঞা হলে তাক সৰা যাব।'

"ফুকন্-বুঢ়াগোহাঁঞে বোলে,—'স্বৰ্গদেৱে উত্তমহে সুধিছে, বৰপাত্ৰ-গোহাঁঞে উত্তমহে কৈছে। স্বৰ্গদেৱৰ পূৰ্ব্বে পুলিন ৰাজাদেৱে তেজশক্তিৰ বলে বঙ্গামাটি চৰাই কৰতোয়া-গঙ্গাত খাণ্ডা পখালি গৈছে। তেতিয়া তাক আচল হেন দেখি

গুৱাহাটীত থানা কৰি মানাহা সীমাকৈ গৈছে। জয়ধ্বজ ৰাজাদেৱৰ দিনত এনে আহিলা-পাতি বহুতো আছিল, তত্ৰাপি নাম হল ভগনীয়া ৰাজা। অস্ত্ৰ-শস্ত্ৰ আহিলা-পাতি সমস্তো জড়; স্বৰ্গদেৱৰ বন্দী-ৱেটাহে চেতন; সেয়ে চলালেহে চলে। তাৰো বলাবল বুজিব লাগে, শত্ৰুৰো বলাবল বুজিব লাগে। জয়-পৰাজয় দুয়ো আছে। আকো বিশেষৰূপে বুজিহে বাঢ়িবলৈ ভাল হেন দেখি। তথাপি সৰ্গদেৱে যি বুলিব সেইয়েহে হব।'

"ৰাজাদেৱে খং কৰি বোলে,—'সৰ্ব্বকাল গোহাঁঞিবোৰৰ এনেহে কথা।' এই বুলি বিদায় দিলে।

"পাচে বৰুৱা-ফুকন সমস্তে বোলে,—স্বৰ্গদেৱ, গোহাঁঞি-বোৰক নালাগে। আমাক আজ্ঞা কৰোক, ঢকা সীমা কৰি আমি মাৰোঁগৈ।"

গা-গধুৰ পৰামৰ্শপটু তিনিজনা ডাঙৰীয়াৰ কথাত স্বৰ্গদেৱে জয়াভিলাষৰ তীব্ৰতা দেখা নাপাই ক্ৰোধান্বিত হল। কিন্তু বিজুলীৰ আগত উৰা সমৰ-সুনিপুণ বৰুৱা-ফুকনৰ উৎসাহত স্বৰ্গদেৱে বঙ্গ আক্ৰমণ কৰিবলৈ সিদ্ধান্ত কৰি সৈন্য-সেনা সহিতে গুৱাহাটীলৈ আহি ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে বাহৰ সাজি থাকিল। 'স্বৰ্গদেৱৰ আদেশমতে কছাৰী, জয়ন্তীয়া, দৰঙ্গী, লুকি, ৰাণী আদি পাঁচৰজীয়া সাতৰজীয়া ৰজাসকলে নিজ-নিজ সৈন্য-সামন্ত লৈ গুৱাহাটী বাহৰত স্বৰ্গদেৱৰ ফৌজৰ লগত ভৰ দিলেহি। ৰজা-প্ৰজা সেনা-সেনাপতিৰ আড়ম্বৰত

গুৱাহাটী নগৰ উত্তৰে-দক্ষিণে দল্‌দোপ্-হেন্দোল্‌দোপ্ কৰিবলৈ ধৰিলে। স্বৰ্গদেৱৰ লগত আছিল খাচ-অসমীয়া সৈন্য-বাহিনী তিনিলাখ তিনিকুৰি হেজাৰ। কছাৰী, জয়ন্তীয়া, দৰঙ্গ, বেলতলা, ৰাণী, নহ্‌ৰাৰ, টোপাকুছি, ডিমৰুৱা আদি দাঁতিয়লীয়া সৈন্য দুকুৰি হেজাৰ। এই চাৰিলাখ সৈন্যক আহাৰ-পাতি যোগোৱাত ব্যতিক্ৰম হোৱাটো স্বাভাৱিক। স্বৰ্গদেৱে কলে,—'মোৰ নিজৰ সৈন্যই দুখ পালে মোৰ ইমান চিন্তা নাই। কিন্তু যদি এই ৰণত ভৰ দিবলৈ অহা কছাৰী আৰু জয়ন্তীয়া সৈন্যই কোনো কষ্ট পাবলগীয়া হয় তেন্তে মোৰ লাজ আৰু দুখৰ অন্ত নোহোৱা হব।' ইয়াকে ভাবি সৈন্যৰ সংখ্যা কমাবলৈ চেষ্টা কৰা হল। স্বৰ্গদেৱৰ সৈন্যৰপৰা বাৰহেজাৰ ৰণুৱা আৰু দাঁতিয়ালৰ চাৰি হেজাৰ সৈন্যক খেতি-বাতি কৰিবলৈ নিজ-নিজ গাৱঁলৈ পঠিয়াই দিয়া হল। তাৰ পাচত স্বৰ্গদেৱে মানাহামুখলৈ যুদ্ধৰ আহিলা-পাতি নাও ভৰাই পঠাবলৈ ধৰিলে।

ইতিমধ্যে উত্তৰ-গুৱাহাটীৰ বাহৰৰ পৰা স্বৰ্গদেৱে সুচতুৰ কটকী পঠাই অম্বৰৰ ৰজা, দিল্লীৰ বাদশ্যাহ, ত্ৰিপুৰাৰ অধিপতি, বেহাৰৰ ৰজা, বৰ্দ্ধমানৰ ৰজা, ৰংপুৰ আৰু কৃষ্ণসুন্দৰ ৰজা, আৰু পাঙ্গ্যাৰ ৰজাৰ ত'লৈ এই মৰ্ম্মে পত্ৰ লিখিলে,—

"কৰতোয়া নদীৰ পূৱপাৰে থকা ৰাজ্যবোৰৰ পূৰ্ব্বৰ অধিকাৰী আমিহে। সেইদেখি আমি তাক পুনৰ অধিকাৰ কৰিবলৈ মন কৰিছোঁ। আমাৰ প্ৰতি বিৰুদ্ধ আচৰণ নকৰিবা।

আমাৰ দুয়োৰো ভিতৰত প্ৰীতি-সম্বন্ধ প্ৰৱৰ্ত্তিলে সকলো কাৰ্য্য সাফল হব। তোমাৰ ৰাজ্য, তোমাৰ শাসন, তোমাৰ ৰাজস্ব তোমাতে থাকিব। মাত্ৰ মোক নামটো দিবা। এনেমতে কাম কৰিবা যাতে দুয়োপক্ষেৰে শান্তি ৰক্ষা হয়। আমি যোৱা দেখি শঙ্কা নকৰিবা। অতি শীঘ্ৰে প্ৰীতি বাঞ্ছা কৰি তোমাৰ কুশলাদি জানাই পত্ৰ দিবা।"

১৭১৪ চনৰ নভেম্বৰ মাহত অসমৰ বিপুল সৈন্যবাহিনী বঙ্গৰ অভিমুখে যাত্ৰা কৰাৰ সকলো আয়োজন হল। কিন্তু কালৰ কি কুটিলা গতি, স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ উত্তৰ-গুৱাহাটী বাহৰতে টান নৰিয়া হৈ লোকান্তৰ ঘটাত দিগ্বিজয় যাত্ৰা চিৰকালৰ কাৰণে স্থগিত হল। অন্তিম সময়ত স্বৰ্গদেৱে শিৱসিংহ আদি নিজপুত্ৰসকলক কাষলৈ মাতি আনি কলে,—

"বোপাহঁত, বহা। তোমালোক সদাই মিলেৰে থাকিবা। তোমালোকে এজনৰ পাচত সিজনে ৰজা হব পাৰিবা। তোমালোকৰ ভিতৰত দ্ৰোহ-ভাব সৃষ্টি কৰিবলৈ অনেকে চেষ্টা কৰিব, কোনোবাই তাৰ সঙ্কেত পালে কেতিয়াও তাক নুশুনিবা, কিন্তু সদাই মিলিজুলি একগোট হই থাকিবা। আমি দুই ভাই আছিলোঁ, কিন্তু শত্ৰুৰ কথা শুনি সৰুভাইক মই খেদি পঠিয়ালোঁ, মোৰ ভুল মই এতিয়া বুজিব পাৰিছোঁ। সেইদেখি সদাই মিত্ৰভাৱে থাকিবা, তেনেহলে তোমালোকৰ সকলো চেষ্টা সফল হব, অমিত্ৰ হৈ থাকিলে একো সিদ্ধ নহব।

বুঢ়া হোৱা ডেকা হোৱা তোমালোকে আটাই কিজনে অনুক্ৰমে ৰজা হবা। মই মোৰ দাঁতিকাষৰীয়া ৰাজ্যবিলাক দমালোঁ, আৰু কৰতীয়া-নৈৰ সংলগ্ন দেশবোৰ কৰতলীয়া কৰিবলৈ মই অভিলাষ কৰিছিলোঁ। মোৰ কামনা মোৰ মৃত্যুৰ লগে-লগে ধ্বংস হব! হায়, মোৰ বাসনা কাৰ্য্যত পৰিণত কৰিবলৈ কাৰ সামৰ্থ্য ?”

আহা, এই অন্তিমবাণীত কি দেশপ্ৰেম, কি আক্ষেপ, কি যন্ত্ৰণা!

১৬৩৬ শকৰ ১৩ ভাদৰ দিনা উত্তৰ-গুৱাহাটি ৰাহৰত স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ মৃত্যু হয়। তেওঁৰ লগে-লগে বৰ-অসম উদ্ধাৰৰ চেষ্টা যুগযুগান্তৰলৈ চুৰমাৰ হৈ গল।

১৭০৭ খৃষ্টাব্দত আওৰংজেব বাদশ্যাহৰ মৃত্যু হয়। দীৰ্ঘজীৱী সম্ৰাটৰ সন্দিহান শাসনৰ ঢৌত মোগল সাম্ৰাজ্যৰ তৰীখনি ডুবোঁ-ডুবোঁ। তেনে অবস্থাত অসমৰ দুৰ্দ্দমনীয়, সুশিক্ষিত, সকলো কামতে পটু, মৰণক ভয়-নকৰা, বাঘৰ আগত অগা-ডেইয়া কৰা, দুখ-ভাগৰ নজনা, বিলাসৰ মুখ নেদেখা, প্ৰলোভনৰ হাত সাৰিব পৰা অজেয় চাৰিলাখ অসমীয়া সৈন্যৰ অধিপতি শ্ৰীশ্ৰীমহাৰাজাধিৰাজ ৰুদ্ৰসিংহ স্বৰ্গদেৱ আৰু তেওঁৰ লগৰীয়া গোহাঁই, ফুকন, বৰুৱা, চোধাৰী, হাজৰিকা, শইকীয়া, দৰঙ্গ, কছাৰী, জয়ন্তীয়া, ৰাণী, বেলতলা আদি সামন্ত-নৃপতিসকলৰ সমবেত সমৰশক্তিয়ে ভাৰত সাম্ৰাজ্যৰ গতি অইনকালে পোনাব পাৰিলেহেঁতেন। তাৰ

ফলত অসমীয়া কৃষ্টি অসমীয়া সভ্যতাৰ প্ৰভাব আজি কুমাৰিকা অন্তৰীপৰ পৰা হিমগিৰিৰ পদপ্ৰান্তলৈকে দেখা গলহেঁতেন। এনে ছেগ, এনে বিচক্ষণ জ্বলন্ত সম্ভাবনা অসমৰ জাতীয় জীৱনত এয়ে প্ৰথম আৰু এয়ে শেষ।

কিন্তু আজিও দুশ-ওঠৰ বছৰৰ পাচত অসমীয়াৰ অন্তৰে-অন্তৰে প্ৰতিধ্বনিত হৈছে,—

"কৰতীয়া-গঙ্গা সীমা কৰি আমাৰহে ৰাজ্য। আমি মন-কাণ নেদিবৰ দ্বাৰাইহে শত্ৰুৱে লৈছে। ৰাজা হলে পৰশত্ৰুক মাৰি আপোনাৰ সীমনা ৰাখি ৰাজ্য লবনেসে যোগ্য।"

"মই মোৰ দাঁতি-কাষৰীয়া ৰাজ্যবোৰ দমালোঁ, আৰু কৰতীয়া-নৈৰ সংলগ্ন দেশবোৰ কৰতলীয়া কৰিবলৈ মই অভিলাষ কৰিছিলোঁ। মোৰ কামনা মোৰ মৃত্যুৰ লগে-লগে ধ্বংস হব। হায়, মোৰ বাসনা কাৰ্য্যত পৰিণত কৰিবলৈ কাৰ সামৰ্থ্য?"

ডিচেম্বৰ ১৯৩১ চন।



# নগাঞা শইকীয়া ভোটাই ডেকা

বৰ্ত্তমান নগাওঁ চহৰৰ তিনি মাইলমান পুবে ডিমৰুগুৰিৰ ওচৰত ভোটাইগাওঁ নামে এখন গাওঁ আছে। বুৰঞ্জী-প্ৰসিদ্ধ বীৰ ভোটাই ডেকাৰ নাম অনুসৰি এই গাৱঁৰ নাম ভোটাইগাওঁ হৈছে। আমি শুনাত ভোটাই ডেকাৰ সতি-সন্ততি এতিয়াও এই গাৱঁত পোৱা যায়। তাহানি লৰাৰজাৰ দিনত সতী জয়মতীক শাস্তি দি বধ-কৰোঁতা মেটেকাতলীয়া লালুক-সোলা বুঢ়াফুকনে নিজৰ স্বাৰ্থসিদ্ধিৰ নিমিত্তে অনেক অকাৰ্য্য কৰিছিল। "লালুক-সোলা জীয়াই থাকিলে দেশৰ দুৰ্ঘোৰ অমঙ্গল হোৱাৰ আশঙ্কা, এনেকি গোটেই অসমৰাজ্য বিদেশী মোগলৰ তলতীয়া হবৰ ভয়," ইয়াকে ভাবি ভোটাই ডেকাই সগৰ মানুহৰে সৈতে যোত্ৰ হৈ সকলো অনিষ্টৰ মূল লালুক-সোলা বুঢ়াফুকনক এদিন ৰাতি ঘৰতে খুচি মাৰিলে। সেইদিনাৰ পৰা দেশৰ কণ্টক দূৰ হল। লালুকৰ একছত্ৰ ক্ষমতাৰ পৰা মুক্তি পাই ডাঙ্গৰীয়াসকলে কলিয়াবৰত যুক্তি কৰি পলাই ফুৰা গদা-পাণি কোঁৱৰক বিচাৰি আনি সিংহাসনত বহুৱালে। তেতিয়াৰে পৰা দেশ সুস্থিৰ হল। অসমত শিপাব খোজা মোগল-শক্তিক গদাধৰসিংহ স্বৰ্গদেৱে ১৬৮২ খৃষ্টাব্দত ইটাখুলি ৰণত ওফোৰাই পঠিয়ালে। সেই ৰণৰ পৰা অসমে মোগল আক্ৰমণৰ পৰা চিৰকাললৈ ৰক্ষা পালে। ভোটাই ডেকা

আৰু তেওঁৰ নগৰীয়াসকলে লালুক বুঢ়াফুকনক নিপাত নকৰা হলে অসমৰ কি অৱস্থা হলহেঁতেন তাক সহজে অনুমান কৰিব পাৰি।

১৬৬২ খৃষ্টাব্দত নবাব মীৰজুমলাৰ অসম আক্ৰমণৰ কাহিনীত আমি পোনপ্ৰথমে ভোটাই ডেকা শইকীয়াৰ নাম পাওঁ। নগাবঁৰ কলিয়াবৰ অঞ্চলত আগৰ দিনত কেইবাটাও কোঁঠ আছিল,—শিমলুগড়, পোতাকলঙ্গৰ কোঁঠ, কলঙ্গৰ কোঁঠ, দিজোৰ কোঁঠ, উদমাৰিৰ কোঁঠ আৰু সালনা পৰ্ব্বতৰ কোঁঠ। ইয়াৰ ভিতৰত শিমলুগড়ৰ কোঁঠ প্ৰধান আছিল। পাৰস্য ভাষাত লিখা নানান বুৰঞ্জীত এই শিমলুগড় বা 'শিমলাগড়'ৰ দুৰ্জ্জয় কোঁঠৰ দীঘলীয়া বিবৰণ পোৱা যায়। কেবাদিনো ৰণ কৰি মীৰজুমলাৰ সেনাপতি দিলেৰ-খাঁয়ে শিমলুগড় কোঁঠ অধিকাৰ কৰে। তাৰ পাচত মোগল সৈন্যই কলিয়াবৰ অঞ্চলত সোমাবলৈ বিচাৰিছিল, কিন্তু তাৰ বাটপথ চিনি নোপোৱাত ৰজাশহুৰ বৰফুকনে নগঞা শইকীয়া ভোটাই ডেকাৰ মানুহৰ হতুৱাই মোগলক পোতাকলঙ্গ আৰু দিজোৰ কোঁঠ সোমাবলৈ সুচল কৰি দিছিল। এই ৰজাশহুৰ বৰফুকনে আগৰেপৰা ঠেহ পাতি দেশ ৰক্ষা কৰা কাৰ্য্যত মন এৰিছিল, কাৰণ স্বৰ্গদেৱ জয়ধ্বজসিংহই তেওঁৰ ওপৰত বেজদলৈৰ ঘৰৰ মনথিৰ ভঁৰালী বৰুৱাক মীৰজুমলাৰ সৈতে যুঁজিবৰ কাৰণে যুদ্ধৰ চৰ্দ্দাৰ কৰি পঠাইছিল। ভোটাই ডেকাই ৰজাশহুৰ বৰফুকনৰ

আজ্ঞা মানি চলিবলৈ বাধ্য হৈছিল। দিজোৰ কোঠ ৰক্ষা কৰিবৰ কাৰণে পুনাই ৰৰা নামে এজন সেনাপতিয়ে প্ৰাণটাকি যুজ কৰিছিল। অৱশেহত মোগল কোঁঠ অধিকাৰ-কৰি ভালেখিনি আহিলা পালে।

তাৰ পাচত বহুদিনলৈকে আমি ভোটাই ডেকাৰ নাম নুশুনো। ১৬৭১ খৃষ্টাব্দত শৰাইঘাটৰ যুদ্ধ হয়। যুদ্ধৰ অলপ পাচতে লাচিত বৰফুকনৰ মৃত্যু হোৱাত তেওঁৰ কঁকায়েক লালুক-সোলা গুৱাহাটীত বৰফুকন হয়। শৰাই-ঘাটৰ যুদ্ধত পৰাস্ত হৈ অম্বেৰৰ ৰজা মোগল সেনাপতি ৰামসিংহই সৈন্য-সামন্ত লৈ পুনৰ অসম আক্ৰমণ কৰিবৰ মনেৰে ধুবুৰীৰ ওচৰৰ ৰঙ্গামাটি থানাত বাট চাই আছিল। সেই কাৰণে অসমৰ বুদ্ধিমন্ত বিষয়াসকল গুৱাহাটীত থাকিব লগাত পৰিছিল। উজনিত আছিল মাত্ৰ তলধাপৰ বিষয়া-সকল। নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে সেই বিষয়াসকলে মনোনীত ৰজা সিংহাসনত বহুৱাই ৰাজক্ষমতাৰ অধিকাৰী হৈ পৰিল, ৰজা হল পুতলামাত্ৰ। সেই কালৰ অসমৰ ৰাজমন্ত্ৰী বাঁহগড়ীয়া আতন বুঢ়াগোহাঁই ডাঙৰীয়াই গুৱাহাটী এৰি উজনিলৈ গৈ স্বাৰ্থপৰ বিষয়াসকলক শাস্তি দি ৰাজ্য সুস্থিৰ কৰিবলৈ ধৰিলে। বুঢ়াগোহাঁই ডাঙৰীয়াৰ অসামান্য স্বাৰ্থত্যাগ আৰু ৰাজ্য-পৰিচালনা শক্তিৰ প্ৰমাণ পাই ৰাইজে তেওঁক বৰ সন্মান কৰিছিল, আৰু ৰজা নোহোৱা কালত তেওঁকে ৰজা হবলৈ অনুৰোধ কৰিছিল। কিন্তু

বুঢ়াগোহাঁই ডাঙ্গৰীয়াই ৰাজমৰ্য্যাদা লবলৈ ইচ্ছা নকৰি ৰাজকোঁৱৰ বিচাৰি আনি সিংহাসনত বহুৱালে। এই কাৰ্য্যত ৰাইজৰ ওপৰত বুঢ়াগোহাঁইৰ প্ৰভাৱ আগতকৈয়ো বাঢ়িল, আৰু ৰজায়ো তেওঁক বৰকৈ স্নেহ কৰিবলৈ ধৰিলে।

বুঢ়াগোহাঁই ডাঙ্গৰীয়া উজনিত থকা কালত লালুক-সোলা বৰফুকন হৈ গুৱাহাটীত আছিল। বুঢ়াগোহাঁই ডাঙ্গৰীয়াৰ ক্ষমতা বাঢ়ি অহা দেখি লালুকৰ গা জ্বলিবলৈ ধৰিলে। বিশেষকৈ, টুটকীয়া মানুহে তিলকে-তাল কৰি বুঢ়াগোহাঁইৰ বিৰুদ্ধে বৰফুকনক ভালেমান কথা লগাবলৈ ধৰিলে। লালুকে বুঢ়াগোহাঁইৰ ওপৰত প্ৰতিশোধ লবৰ মনেৰে আৰু নিজে ক্ষমতাৱন্ত হবৰ অভিপ্ৰায়ে বঙ্গদেশৰ চুবেদাৰ চুলতান আজমতাৰাৰে কথাবাৰ্ত্তা চলাবলৈ ধৰিলে, আৰু মোগলক ভালৰি লগাই তেওঁলোকৰ সহায় পাবৰ কাৰণে অসমীয়াই তাহানি শোণিতপাত কৰি উদ্ধাৰ কৰা গুৱাহাটীৰ পৰা মানাহালৈকে এই ৰাজ্যখণ্ড মোগলক বিনাযুদ্ধে এৰি দিলে, খৃঃ ১৬৭৯। বুঢ়াগোহাঁই ডাঙ্গৰীয়াই আগৰেপৰা লালুকৰ ষড়যন্ত্ৰৰ কথা শুনিছিল কিন্তু তাক তেওঁ বিশ্বাস নকৰিছিল। অন্য বিষয়াসকলে লালুকৰ বিৰুদ্ধে সৈন্য পঠিয়াবলৈ কোৱাত বুঢ়াগোহাঁয়ে মাথোন কৈছিল,—"বৰফুকন জনা-শুনা মানুহ, তেওঁ কিয় এনে কাম কৰিব? আৰু অসমৰ কাষতে মোগল শত্ৰু আছে, আমি নিজৰ বৰফুকনৰ বিৰুদ্ধে সৈন্য পঠালে তাৰপৰা শত্ৰুৰ উৎসাহহে বাঢ়িব।"

গুৱাহাটী ৰাজ্য মোগলক এৰি দিয়া বাৰ্ত্তা পাই বুঢ়াগোহাঁই ডাঙ্গৰীয়াই সৈন্য-সামন্ত লৈ আগবাঢ়ি আহিল। কিন্তু লালুকে ছলেৰে বুঢ়াগোহাঁইৰ সৈন্যক হাত কৰি ললে, আৰু বুঢ়াগোহাঁইকো দুইমুনিশিলাত বন্দী কৰি থলে। তাৰ পাচত লালুক উজাই গৈ পৰ্ব্বতীয়া ৰজাক হত্যা কৰি চৈধ্য-বছৰীয়া কোঁৱৰ এজনক সিংহাসনত বহুৱালে; এওঁৰ নাম চুলিক্‌ফা আৰু ৰত্নধ্বজসিংহ, কিন্তু এওঁ লৰাৰজা বুলিহে বেচি প্ৰখ্যাত। লালুকে নিজৰ পাঁচ-বছৰীয়া জীয়েকক স্বৰ্গদেৱলৈ দিলে, আৰু নিজে ৰজাক সাক্ষী মাত্ৰ কৰি সকলো ৰাজকাৰ্য্য চলাবলৈ ধৰিলে। লৰাৰজা হল নাম-মাত্ৰ ৰজা, ৰাজ্যৰ সৰ্ব্বনিয়ন্তা স্বয়ম্ভু-ঈশ্বৰ হল এই লালুক-সোলাই। ইতিমধ্যে লালুকৰ আজ্ঞামতে আতন বুঢ়াগোহাঁইক কলিয়াবৰত হত্যা কৰা হল, ১৬০১ শক, আঘোণৰ শুক্লা দ্বিতীয়াৰ দিনা।

লালুক-সোলা ইয়াতে ক্ষান্ত নাথাকিল। তেওঁ মুকুটধাৰী ৰজাৰূপে ছত্ৰ-আবোৱান লৈ সিংহাসনত বহিবলৈ বিচাৰিলে। চুলতান আজমতাৰা আছিল লালুকৰ ভাগিন-জোঁৱাই, কাৰণ চুলতানৰ বেগম ৰমণী গাভৰু বা ৰহমত বানু আছিল লালুকৰ ভাগিনীয়েক। মোমাশহুৰ অসমৰ ছত্ৰধাৰী ৰজা হলে নিজৰো আৰু বেগমৰো মান বাঢ়িব, আৰু দিল্লীৰ সম্ৰাট আওৰংজেব বাদশ্বাহেও আনন্দ পাব, ইয়াকে ভাবি চুলতান আজমতাৰাই লালুকলৈ লিখি পঠিয়ালে,—

"অসমৰ ৰাজ্য তোমাক দিলোঁ। তুমি মাথোন ভাঠ হৈ থাকিবা। তোমাক যিমান সৈন্য লাগে বঙ্গামাটিৰ নবাবে দিব। যি প্ৰকাৰে বুঢ়াগোহাঁই ৰবগোহাঁইক খেদাব পাৰা আৰু তোমাৰো আমোল হয় তাকে কৰিবা।"

যাতে নিষ্কণ্টকে সিংহাসনত বহিব পাৰি ইয়াৰ কাৰণে লালুক-সোলাই বিস্তৰ আয়োজন কৰিলে। পোনতে তেওঁ ৰজা হব পৰা ৰাজ-ফৈদীয়া কোঁৱৰসকলক এফালৰপৰা সংহৰিবলৈ ধৰিলে। গদাপাণি কোঁৱৰে লালুক-সোলাৰ ভয়ত লাই আৰু লেচাই এই দুই পুতেকক নগা-চাঙ্গত থৈ নিজে পলাই ফুৰিবলৈ ধৰিলে। গদাপাণিক বিচাৰি নাপাই লালুক-সোলাৰ মানুহে কোঁৱৰৰ ভাৰ্য্যা জয়মতীক পাই শাস্তি দি মাৰিলে, আৰু লালুকে ৰজাৰ মুকুট আৰু সাজপাৰ পিন্ধি ৰাজ-পয়োভৰেৰে মোগলৰ কটকীক সম্ভাষণ কৰিলে। লালুক-সোলা বুঢ়াফুকনে এইবোৰ অকাৰ্য্য কৰিলে ১৬০০ শকৰ ফাগুন আৰু ১৬০২ শকৰ আঘোণ, এই দুইবছৰৰ ভিতৰত।

এই সময়ত নগঞা ভোটাই ডেকা উজনিত আছিল। বুঢ়াফুকনৰ অকাৰ্য্যৰ কথা ভোটায়ে টলকি আছিল, কিন্তু সুযোগৰ অভাৱত তাৰ প্ৰতিকাৰ সাধিব নোৱাৰিছিল।

দেশত এনে হুলস্থূল দেখি এদিন ৰবদেওধায়ে কুকুৰাচৈং চাই ৰজাক কলে যে শদিয়াৰ কেচাইখাতী গোসাঁনীৰ আগত বহুতদিন নৰবলি পৰা নাই, সেইদেখিহে ৰাজ্যৰ

অশান্তি সুগুচে। স্বৰ্গদেৱে শদিয়াত বলি দিবলৈ উপযুক্ত মানুহ বিচাৰিবৰ কাৰণে বুঢ়াফুকনক আদেশ দিলে। স্বৰ্গদেৱৰ আজ্ঞা পোৱাৰ এপষৰ আগতে লালুক বুঢ়াফুকনৰ মেটেকাৰ ঘৰত টাটীৰ ভিতৰত কৰবাৰ পৰা আহি এটা বনৰীয়া ভালুক সোমাইছিল। সেই ভালুকে মানুহ দুটা খালে, বহুত যত্ন কৰিও তাক মাৰিব পৰা নগল। পাচে ভোটায়ে সেই ভালুক মাৰিবলৈ আগবাঢ়িল। ভোটায়ে বুঢ়াফুকনক সুধিলে, "ইয়াক মাৰিলে মোৰ কি আপাহ হব?" বুঢ়াফুকনে কলে,—"যদি তই ভালুক মাৰিব পাৰ তোক সোণৰ কেৰুৰে বঁটা দিম, ভাল কৰিম।"

বুঢ়াফুকনৰ কথা শুনি ভোটায়ে গাটি বান্ধি ঢাল-তৰোৱাল লৈ খেদি গৈ ভালুকৰ মুখৰ ভিতৰে তৰোৱালেৰে খোচ মাৰি তাক মাৰিলে। বুঢ়াফুকনে ভোটাইক প্ৰশংসা কৰি সোণৰ কেৰুৰে বঁটা দিলে, আৰু তিৰোতা এজনীও দিলে। ভোটাইৰ সাহ-পিত দেখি লালুক-সোলা বুঢ়াফুকন কিন্তু শঙ্কিত হল। ফুকনে কলে,—"ভোটাইৰ যেনে গঢ় সাহ-পিত ইয়াক শদিয়াৰ দেওঘৰলৈ দিবলৈহে ভাল হব। ই বনৰ ভালুকৰেও যুজে! এনে মানুহ জীয়াই থাকিলে কেতিয়াবা কিবা কৰিব!"

বুঢ়াফুকনৰ এই প্ৰস্তাৱৰ কথা শুনি তেওঁৰ লগৰ মাধৱ তামুলী, আখোৰা কছাৰী আৰু ভোটাই ডেকা এইহঁতে আলচ কৰিলে,—"আৰু বেলিও দেওঘৰলৈ ভাল মানুহবোৰ

দিলে, ইবেলিও দিবৰ মন কৰিছে। কাকবা দিয়ে একো টং কৰিব নোৱাৰি। বছৰি এইদৰে ভাল মানুহ মৰিব লাগিলে হিন্দুৰ ভাল মানুহ কেনেকৈ ৰব ? ভাল, বুঢ়াফুকনক কোনে ৰাখিব পাৰে ৰাখক। আমি যি কৰিব পাৰোঁ কৰিম।” এইবুলি আলচ কৰি এই তিনিয়ে যোত্ৰ হৈ এদিনা ৰাতি ফুকনক শোৱাখাটতে খুচি মাৰিলে, ১৬০২ শক আষোঢ়ৰ দহদিন যাওঁতে মঙ্গলবাৰে। ফুকনৰ ঘৰৰ তিৰী-তিৰোতাই চিঞৰ-বাখৰ কৰিবলৈ ধৰাত এই তিনিয়ে কলে,—“যি মাত, থিতাতে কাটিম।” এওঁলোকে বুঢ়াফুকনক মাৰি পুতেক আঙ্গৰা, খোলোকা, জগৰা এই তিনিক কাটিলে ; বুঢ়াফুকনৰ বংশৰ আনমানুহকো ফুকনে মাতিছে বুলি চপাই আনি কাটিলে। বুঢ়াফুকনৰ ভায়েক মৰঙ্গীলৈকো খেদা দিছিলে, তেওঁ গড়ৰ ভিতৰ সোমাইহে কোনোপ্ৰকাৰে সাৰিল।

লালুক-সোলা বুঢ়াফুকন আৰু তেওঁৰ বংশৰ মানুহক হত্যা কৰি ভোটাই ডেকা বৰ ক্ষমতাপন্ন হৈ পৰিল। আন মানুহেও আহি ভোটাইৰ লগ ললেহি। ভোটায়ে নিজ-ইচ্ছামতে বিষয়াও পাতিবলৈ ধৰিলে। দক্ষিণাপতীয়া হাজৰিকা গীদাগাঠি গুৱাহাটীৰ বৰফুকন হল, চেটিয়াৰ নাতি লুথুৰাখনৰ হাজৰিকাই ফুকনপদ পালে ; ভোটায়ে বুঢ়াফুকনৰ মেটেকাৰ ঘৰতে কোঁঠ পাতি মানুহ-দুনুহ চপাই লৈ সাৱধানে থাকিল।

স্বৰ্গদেৱে ভয় কৰিলে কিজানি ভোটাই বা তেওঁৰ মানুহে কোনো অনিষ্ট কৰে। স্বৰ্গদেৱৰ লগৰ মানুহে

কটকী এটা পঠাই ভোটাইক কোৱালে,—“লালুক বুঢ়াফুকনক মাৰি সিবোৰে আমাৰহে যন কৰিলে। এতিয়া সিহঁতে স্বৰ্গদেৱক সেৱা কৰকহি।” ভোটায়ে ভাবিলে স্বৰ্গদেৱে মাৰিবলৈহে মাতিছে, এই বুলি হাতৰপৰা ঢাল-তৰোৱাল নেৰা হল। পাছে লৰাৰজাই নগঞা খৰঙ্গীক কলে,—“যদি ভোটাইক ধৰি দিব নোৱাৰ তেন্তে তহঁতক কাটিম।”

ভোটাইৰ কাৰণে স্বৰ্গদেৱ আৰু তেওঁৰ লগৰ ফুকনবোৰ বিশেষ ত্ৰস্ত হল। ইতিমধ্যে ভোটাইৰ লগৰ মানুহ বাঢ়িবলৈ ধৰিলে। বিষয়াও ভঙ্গা-পতা ভোটাইৰ আজ্ঞাৰে কৰা হৈছিল। কিছুদিনৰ কাৰণে উজনীৰ ৰাজধানীত ভোটাইৰ অখণ্ড প্ৰতাপ প্ৰৱৰ্ত্তিবলৈ ধৰিলে। ভোটাইক বৰাই সৈমান নকৰালৈকে স্বৰ্গদেৱ নিশ্চিন্ত হব নোৱাৰিছিল।

এই ভোটাইৰ বাটলু তিৰোতা এজনী আছিল। ৰাইজে গৈ তেওঁক গোহাৰি কৰিলে,—“আই, আমাক তুমি জীৱদান দিয়া। গিৰীয়েৰাক স্বৰ্গদেৱে একো নকৰে। বুঢ়াফুকনক মাৰি তেওঁ সকলোৰে উপকাৰহে কৰিছে। এতিয়া গিৰীয়েৰাই ঢাল-বাৰু পেলাই স্বৰ্গদেৱক সেৱা কৰকহি।” ৰাইজৰ করুণ বচন শুনি ভোটাইৰ ঘৈণীয়েকৰ মন কোমল হল, আৰু ভোটাইক ৰাইজে কোৱামতে কাম কৰিবলৈ কৰলৈ গাত ললে। ঘৈণীয়েকে খোৱাপাত লগাই তামোল এখন দি ভোটাইক সকলো কথা কলে।

ভোটায়ে উত্তৰ দিলে,—"মোৰ কাৰণে আন মানুহ কটা যাব লাগিছে কিয় ? মই ৰাইজৰ হিত চিন্তিহে বুঢ়াফুকনক নিৰ্ব্বংশ কৰিলোঁ। এতিয়াও ৰাইজৰ হিত চিন্তি স্বৰ্গদেৱক সেৱা কৰিমগৈ। দেহালৈ কোনে আশা কৰিছে ?"

এই বুলি কৈ ভোটায়ে ঢাল-তৰোৱাল পেলাই ৰাইজক সেৱা কৰিলে। ৰাইজে ভোটাইক ধৰি স্বৰ্গদেৱৰ লৰাৰজাৰ আগ কৰিলে। লৰাৰজাই ভোটাই ডেকাক একো শাস্তি নিদি কলিয়াবৰলৈ পঠালে। কলিয়াবৰলৈ আহোঁতে উজনিলৈ যোৱা·পিকচাই বৰফুকনৰ নাতিয়েক ডেকাফুকনে লুইতত ভোটাইৰ নাও দেখা পাই কলে,—"কৰ নাও, কৰ মানুহ, আমি বতৰা সোধো, নাও চপাই দে।" এই বুলি ভোটাইৰ নাও চাপিলত ডেকাফুকনে কলে,—"এই মানুহ-টোকনো স্বৰ্গদেৱে এৰি দিব পায়নে ? স্বৰ্গদেৱে জানিবা নেগুৰ কাটি বাঘকহে এৰিলে !" এই বুলি চেটিয়াফুকনে ভোটাইক বন্দী কৰি থলে, আৰু স্বৰ্গদেৱত কৈ ভোটাইৰ নাক কাণ কাটিলে, চকু এটাও কাঢ়িলে।

ইয়াৰ পাচত ভোটাই ডেকাৰ কি হল সত্যহতে একো জানিব পৰা নগল।

এপ্ৰিল ১৯৩৪ চন।



# কাৰেঙত পাঁজি-কটা শিক্ষা

ভাৰতৰ অর্থনৈতিক স্বাৱলম্বন আৰু সমুন্নতি সাধনৰ নিমিত্তে নেতাসকলে ঘৰে-ঘৰে সূতা কাটি বস্ত্র-সমস্যা দূৰীকৰণৰ বাট দেখুৱাই দিছে। কিন্তু অসমীয়াৰ গৌৰৱ আৰু আনন্দৰ কথা যে আগৰ দিনত আৰু এতিয়াও অসমত এই সূতাকটা আৰু কাপোৰ-বোৱা বিদ্যা জাতি-ধর্ম্ম নির্বিশেষে সকলো অৱস্থাৰ মানুহৰ মাজতে প্ৰচলিত। কপাহী গামোছাৰ পৰা আৰম্ভ কৰি গুণাৰ বন-কৰা ফুলাম বিহা-মেখেলা চেলেং আদি অসমীয়া শিপিনীৰ হাতৰ বস্তু। অসমীয়াই নিজাঘৰত বোৱা কাপোৰৰ পঁচাৰে দাঁতিকাষৰীয়া জাতিবৃন্দ আৰু তাৰ সন্দেশ-উপহাৰেৰে দূৰণিৰ ৰজা-সামন্তকো মিত্র কৰিছিল। এই বিদ্যাৰ সংৰক্ষণ আৰু প্ৰচলনৰ মূলত আছিল,—প্ৰাচীন অসমীয়াৰ জাতীয়তাপ্ৰৱণ মনোবৃত্তি আৰু ৰজাঘৰীয়া প্ৰচেষ্টা।

আগৰ দিনত অসমীয়াই বিদেশী সাজপাৰ ব্যৱহাৰ কৰিবলৈ ভাল নাপাইছিল। কোচবেহাৰৰ নৰনাৰায়ণ ৰজাই অহোম স্বর্গদেৱ খোৰাৰজালৈ অন্যান্য উপহাৰৰ লগত এবাৰ "ৰবনগৰীয়া বিচিত্র পাটৰ শাৰী পাঁচখন" পঠিয়াইছিল। ৰজাৰ আজ্ঞাৰে কোচৰ চাৰি কটকীক সম্বর্দ্ধনা কৰিবৰ সময়ত বৰগোহাঁয়ে কলে,—"শাৰী পাঁচখন যে আনিছ, আমাৰ দেশত যি খাৰছাই আছে তাইহঁতেহে ই শাৰী পিন্ধে, পুৰুষে ইয়াক

নিপিন্ধে। উকীল হৈ কেনেকৈ স্ত্ৰীৰ পৰিহৰণ আন?" এই বুলি গোঁহায়ে চাবি কটকীক বিদায় দিলে, আৰু তেওঁলোকক সিয়া মেখেলা উপহাৰ দিলে।

এবাৰ মানতৰা ৰজাই শহুৰেক নবাবজালৈ এসাজ কপোৰ উপহাৰ দিছিল। ৰজাই পাত্ৰ-মন্ত্ৰীক সুধিলে সেইবস্ত্ৰ পিন্ধিবনে নিপিন্ধিব। ইয়াৰ উত্তৰত মন্ত্ৰীসকলে কলে,—"বিদেশৰ বস্তু যদি উত্তমো হয় তাক ৰজাই পৰিধান কৰিবলৈ ভাল নহয়।"

ৰুদ্ৰসিংহ স্বৰ্গদেৱে ডাঙৰীয়াসকলক বঙ্গলুৱা সাজ জামা-পাগ ইজাৰ উপহাৰ দিছিল। তাক পাই তিনিজনা ডাঙৰীয়াই কলে,—"আপোনাৰ দেশৰ ধাৰাণ এৰি কেনে বঙ্গালৰ ধাৰণে বটা পিন্ধিম?" এই বুলি তেওঁলোকে ৰজাৰ উপহাৰ ওলোটাই দিলে।

ৰজাঘৰীয়া প্ৰচেষ্টাৰ ভিতৰত সৰ্ব্বপ্ৰধান হৈছে মহাৰাজ প্ৰতাপসিংহ স্বৰ্গদেৱৰ দিনত মোমাই-তামুলী বৰবৰুৱাৰ ব্যৱস্থা। তেওঁ নিয়ম কৰিলে যে অসমৰ প্ৰত্যেক গৰাকী তিৰোতাই নিতৌ সন্ধিয়া বা ৰাতি দুটা সূতলাহী পকাব লাগিব। পাচদিনা গাৱঁৰ গাওঁবুঢ়াই চাই যাব সেই আদেশ মতে কাম হৈছেনে নাই। তাৰ উপৰিও প্ৰত্যেক অসমীয়া গৃহস্থীয়ে ৰজাৰ ভঁৰাললৈ বছৰি এপোৰা পাটৰ সূতা দিয়াৰ নিয়ম আছিল।

কিন্তু সবাতকৈ মন উৎফুল্ল হয় শিৱসিংহ স্বৰ্গদেৱৰ বৰ-কুঁৱৰী সৰ্ব্বেশ্বৰী দেবী মহাৰাণীৰ এটি ব্যৱস্থালৈ মনত পৰিলে।

পূৰ্ব্বৰ দুগৰাকী বৰকুঁৱৰী ফুলেশ্বৰী দেৱী আৰু অম্বিকা দেৱীৰ দৰে এওঁৰ নামেও মোহৰ মৰা হৈছিল, ১৭৩৯ খৃষ্টাব্দৰ পৰা ১৭৪৪ চনলৈকে। ৰজাৰ ৰাজ-কাৰেঙৰ অনেক খোটালি, চোতাল, বাৰী এনেয়ে পৰি থাকে, নাইবা তাত থাকে লাহ-বিলাহৰ সামগ্ৰী, নাইবা মহা-পয়োভৰ জীৱন-যাত্ৰাৰ আহিলা-সৰঞ্জাম, নাইবা মনোমোহা ফুলনি।

কিন্তু সৰ্ব্বেশ্বৰী আইকুঁৱৰীদেৱে ৰাজ্যৰ ছোৱালীবিলাকক কাঁৰেঙৰ ভিতৰলৈ নি তেওঁলোকক পাঁজি কাটিবলৈ শিকাইছিল, আৰু যি ছোৱালীৰ সঙ্গীতৰ ফালে ৰাপ আছিল তেওঁলোকক গীত শিকাইছিল। বুৰঞ্জীত আছে—

"অনাদৰী বৰকুঁৱৰী সলাল গোহাঁইৰ জীয়েক, নাওঁ ললে সৰ্ব্বেশ্বৰী।...ভোটৰ লৰা এটি আনি তুলিছে আইকুঁৱৰীয়ে লগত লিগিৰাকৈ। —নকৈ অনেক জাতিৰ ছোৱালীসকল জুমে-জুমে পাঁজি-সূতা কটাকৈ লৈছে। গায়ন ছোৱালীসকল গায়ন শিকাই লৈছে ভিতৰুৱালকৈ।"

আমি সোধোঁ, খৃষ্টীয় ওঠৰ-শতিকাৰ মাজভাগত পৃথিবীৰ কেইজনা ৰজাই নিজৰ কাৰেং আৰু উদ্যান প্ৰজাৰ উপকাৰৰ অৰ্থে মুকলি কৰি দিছিল, আৰু কেইগৰাকী মহাৰাণীয়ে ৰাজ্যৰ নানাজাতিৰ ছোৱালীক ভিতৰলৈ আনি সূতা-কটা আৰু সঙ্গীত শিকোৱাৰ ব্যৱস্থা কৰিছিল ?

এপ্ৰিল ১৯৪৭ চন।

---

# শান্তি আৰু সমৰ

মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ আহোম ৰাজপাটত অধিষ্ঠিত হৈ থকা কালত অসমৰ অৱস্থা জয়জয়-ময়ময়। দেশত যুদ্ধ-বিগ্ৰহ নাই, মিকিৰ আৰু ডফলাই যি অলপ সৰুসুৰাকৈ দ্ৰোহ আচৰিছিল, মোগল বিক্ৰমক পৰাস্ত কৰা অসমীয়াৰ ৰণ-কৌশলে তাক হেলাৰঙ্গে দমন কৰিলে। গদাধৰসিংহ স্বৰ্গদেৱ মহাৰজাৰ দিনত ইটাখুলি ৰণত বঙ্গালৰ অসম আক্ৰমণৰ আশঙ্কা সমূলে নিৰ্ব্বাপিত হোৱাত নাতিয়েক স্বৰ্গদেৱে বিচক্ষণ কাৰিকৰৰ হতুৱাই ৰংঘৰ সাজি ৰং-ধেমালি চোৱাৰ সুচল কৰি লৈছিল। মায়ামৰা মহন্তৰ শিষ্য-সম্প্ৰদায়ে বৰৰজা ফুলেশ্বৰী কুঁৱৰীৰ হাতত পোৱা লাঞ্ছনা-অপমানৰ দুঃসহ বেজাৰ নিজৰ অন্তৰতে সঙ্গোপনে পুহি আছিল। তেতিয়ালৈকে সেই বেজাৰত কটা ঘাট খাৰণিৰ ছাটি পৰা নাছিল। গতিকে, সাম্প্ৰদায়িক অশান্তিত টিঙ্গিৰিতুলা লাগি দেশত বিপ্লৱৰ মহা-অগ্নি তেতিয়ালৈকে প্ৰজ্জ্বলিত হোৱা নাছিল।

ৰজা সন্তুষ্ট, পাত্ৰ-মন্ত্ৰী সন্তুষ্ট, প্ৰজাসকলে ৰণ-বিগ্ৰহৰ পৰা অব্যাহতি পাই নিজ-নিজ খেতি আৰু ব্যৱসায়ত লাগিছে, আৰু অসমীয়াৰ ঐশ্বৰ্য্য-বিভূতিৰ পৰিমাণ দিনক-দিনে বঢ়াবলৈ ধৰিছে। স্বৰ্গদেৱে শান্তিৰ কাজত সন্তুষ্ট হোৱা সকলো

কামে-কাজে নিজকে নিয়োজন কৰিছে। ৰজাই নিজে পণ্ডিতবৃন্দৰে সৈতে শাস্ত্র পুৰাণ ইতিহাস আৰু কাব্য আলোচনা কৰিছে, নিজে নাটক ৰচিছে, নাটকৰ ভাৱনা চাইছে, বিদেশৰ পৰা বাজীকৰ আনি ৰং-তামোচা কৰাইছে, কাঁড়-হিলৈ লৈ চৰাই-পহু মাৰি বীৰোচিত গুণবোৰ সতেজকৈ ৰাখিছে, আৰু দেশৰ নানা ঠাইত ফুৰি প্রজাৰ সুখ-দুখ আৰু ৰাজ্যৰ অৱস্থাৰ সম্ভেদ লৈছে। ধৰ্ম্মপ্রাণ স্বৰ্গদেৱে মঠ-মন্দিৰ সাজি আৰু তীৰ্থাদিত দান-দক্ষিণা দি ৰাজ্যৰ সুমঙ্গল কামনা কৰিছে।

দুৰ্ধৰ্ষ ৰজাৰ আক্রমণৰ পৰা নিস্তাৰ পাবলৈ পলাতক ৰজা আহি কন্যা দি স্বৰ্গদেৱৰ শৰণাপন্ন হৈছেহি। স্বৰ্গদেৱে শৰণীয়া ৰজাক অভয় প্রদান কৰি স্বৰাজ্যত সংস্থাপন কৰিবলৈ সৈন্য-সামন্ত লগত দি পৰাক্রমী সেনাপতিক পঠিয়াইছে। যুদ্ধ-বিগ্রহৰ পৰা নিষ্কৃতি লাভ কৰি দূৰদৰ্শী বুদ্ধিমন্ত বিষয়াই দাঁতিয়লীয়া পাঁচৰজীয়া সাতৰজীয়া সামন্ত-নৃপতিসকলৰ কৰ-কাটলৰ নিবন্ধ কৰি সীমান্তত চকী-ফাট স্থাপন কৰিছে। ইউৰোপীয় সদাগৰে বেপাৰৰ ছলেৰে অসমত খোপনি পুতিবলৈ চেষ্টা কৰাত দূৰৈৰ বিধিনি দূৰৈতে মাৰ নিয়াৰৰ কাৰণে স্বৰ্গদেৱে বিদেশীৰ অসম্য-প্রবেশৰ অভিলাষ চুপতীয়াতে ধ্বংস কৰিছে।

এই দৃশ্য কেনে মনোৰম, অসম ৰাজ্যৰ ভোগালি কালৰ দিনকেইটা কেনে বিতোপন!

ইয়াৰ লগত ৰণ-পৰাথৰ দিনকেইটা তুলনা কৰক।— মোগলৰ ফৌজদাৰে আঙুলি জোকাৰি অসমৰ স্বৰ্গদেৱৰ পৰা পেচ্‌কচৰ দাবি কৰিছে। দেশৰ মৰ্য্যাদা-হানিত ক্ষুণ্ণ হোৱা স্বৰ্গদেৱে দেশপ্ৰেমিক পাত্ৰ-মন্ত্ৰীৰে সমালোচন কৰি তাৰ পোটক তুলিবলৈ আৰু পূৰ্ব্বৰ সীমনা ওভোতাই আনিবলৈ বিপুল আয়োজন কৰিছে। কমাৰে হিলৈ তিয়াৰ কৰিছে, চাউল-সমলীয়াই ৰচদ-পাতি যোগাৰ কৰিছে, নাওশলীয়া বাৰৈয়ে তিনিকুৰি-চাৰিকুৰিহতীয়া দীঘল হিলৈ-চ'ৰা নাও সাজিব ধৰিছে, ভাঙিযোৱা কোঠ-বুৰুজ আৰু গড়-প্ৰাঙ্কিৰ মেৰামতি চলিছে; হিলৈদাৰী সৈন্যই হাতত হিলৈ, কাঁড়ীয়ে ধেনু-কাঁড়, বাৰুৰতীয়ে ঢাল-বাৰু লৈ ক্ষতিক্ষণ নোহোৱাকৈ কাৱাজ কৰিছে; বালিত বালিগড় বান্ধিছে, এথাওনি পানীত বিয়াগম খুটা-চতি লগাই পানীগড় সাজিছে, যথৰীয়া আৰু খাৰঘৰীয়াই খাৰ-বাখৰ তিয়াৰ কৰি ৰণৰ অস্ত্ৰ-শস্ত্ৰ আহিলা-সম্ভাৰ যুগুত কৰি ৰাখিছে; স্বৰ্গদেৱে নিজে সৈন্যৰ মহলা চাই যাক যেনেকৈ দিব লাগে সেইমতে বঁটা-প্ৰসাদ ৰূপ-বান কেৰু-মণি উপহাৰ দি ৰণুৱাৰ উৎসাহ বঢ়াইছে, পৰ্ব্বতে-ভৈয়ামে পালীয়ে-পালীয়ে বুৰুজ সাজি ৰবহিলৈ পাতি বিদেশীৰ আক্ৰমণৰ গতিৰোধ কৰিবৰ কাৰণে ৰণুৱা সাষ্টম হৈ আছে; চোৰাংচোৱাই চোৰাং কৰি শত্ৰুসেনাৰ গতি-বিধি আলেধলেখ চাই ফুৰিছে; বিজুলী-বেগৰ খপুৱা ঘোৰাত উঠি চেৱাৰী কটকীয়ে স্বৰ্গদেৱ পাত্ৰ-মন্ত্ৰী নেওগ-সেনাপতিৰ

ৰা-খবৰ আদেশ-দিহা অনা-নিয়া কৰি সাদিনীয়া বাট চাবিদিনীয়া কৰিছে ; উজনি-নামনিৰ সেনাপতি ফুকন ৰাজখোৱা বৰুৱা চৌধাৰী যুজাৰুসকলে লতাশিলৰপৰা কটাশিললৈকে হাজোৰপৰা বশিষ্ঠলৈকে সকলো প্ৰজাৰ হৃদয় ৰণ-জেউতিত মতলীয়া কৰিছে।

সেই সময়ত ৰাইজৰ মন-প্ৰাণ শঙ্কিত, সচকিত, সুতীক্ষ্ণ, উদ্বিগ্ন, কম্পমান, চিন্তাকুল !

বাস্তৱিক, অসমীয়াসকলে বলবীৰ্য্য বুদ্ধি-কৌশল স্বাৰ্থত্যাগ আদিৰ দ্বাৰা সোণৰ সঁফুৰা অসমভূমিত বিদেশীৰ প্ৰতিপত্তিৰ ছঁয়া নপৰিবৰ কাৰণে প্ৰাণ-পৰিশ্ৰমে যি চেষ্টা কৰিছিল সেই সকলোৰে ফল ভোগ কৰিছিল মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে।

ৰণ-বিগ্ৰহত লিপ্ত থাকি চক্ৰধ্বজসিংহ মহাৰাজৰ লোকান্তৰ ঘটে। তাৰ পাচত দেশত বিপ্লৱ, মন্ত্ৰীসকলৰ চক্ৰান্ত, ৰাজসিংহাসনত ৰজা উঠিছে, নামিছে। অৱশেহত গদাধৰ-সিংহ যেতিয়া সিংহাসনত উঠে সিয়ো বহু ভাগ্যচক্ৰ আৰু বহু দুখ-বিপৰ্য্যয়ৰ পাচত। তেওঁৰ ৰাজত্বও ইমান শান্তিপূৰ্ণ নাছিল,—বঙ্গালৰে ৰণ, মহন্তসকল নিৰ্য্যাতন, এইবোৰে স্বৰ্গদেৱক শান্তিৰ মুখ দেখিবলৈ নিদিছিল। ৰুদ্ৰসিংহ স্বৰ্গদেৱেও মহাসঙ্কল্প পূৰ্ণ কৰিবৰ মনেৰে দাঁতিকাষৰীয়া জাতিবৃন্দক শৰণাপন্ন কৰি বঙ্গ-আক্ৰমণৰ বিপুল আয়োজন কৰিছিল, পাচে সেই আয়োজনৰ মাজখিনিতে হিয়াৰ কামনা

হিয়াতে যাৰ নিয়াই মহাৰাজৰ লোকান্তৰ ঘটে। শিৱসিংহ ৰজাৰ দিনত দেশত শান্তি আছিল, কিন্তু ৰজাৰ দুৰ্দ্দশা, আৰু বৰকুঁৱৰী ফুলেশ্বৰীয়ে ৰাজ্যভাৰ পাই এদল সবল সম্প্ৰদায়ৰ প্ৰাণত অপমানৰ কুঠাৰাঘাত কৰি মহা-অনিষ্টৰ সূত্ৰপাত কৰে। তাৰ পাচত প্ৰমত্তসিংহৰ ৰাজত্বকাল তেনেই তাকৰদিনীয়া।

১৭৫১ খৃষ্টাব্দত ৰাজেশ্বৰসিংহ মহাৰাজ সিংহাসনত উঠে, আৰু ১৭৬৯ খৃষ্টাব্দত স্বৰ্গদেৱৰ মৃত্যু হয়। এই ওঠৰ বছৰৰ ভিতৰত ভাৰতৰ ভাগ্য-আকাশত যুগান্তৰকাৰী পৰিবৰ্ত্তন ঘটিছিল। যিপোনে চোৱা যায় সিপোনে মাত্ৰ যুদ্ধ আৰু প্ৰতিদ্বন্দিতা,—ভাৰতীয় ৰাজশক্তিৰ পতন আৰু তাৰ ঠাইত ইউৰোপীয় শক্তিৰ অভ্যুদয়। টিমুৰলঙৰ সন্ততিসকলৰ দ্বাৰা সংস্থাপিত আৰু সংবৰ্দ্ধিত মোগল ক্ষমতাৰ জঁকা মাত্ৰ অৱশেষ ৰলগৈ।

আওৰঙ্গজেব বাদশ্যাহৰ মৃত্যুৰ পাচত তেওঁৰ পৰৱৰ্ত্তী মোগল সম্ৰাট শ্যাহ-আলাম বাহাদুৰশ্যাহ, তাৰ পাচত ক্ৰমান্বয়ে জাহান্দাৰশ্যাহ, ফৰোখ্‌চিয়াৰ, মহম্মদশ্যাহ, এওঁলোকৰ দিনত পৰাক্ৰমশালী মোগলৰ নিচান নিষ্প্ৰভ হৰলৈ ধৰিলে। শিখ জাতিৰ সামৰিক জাগৰণ, মহাৰাষ্ট্ৰীয়সকলৰ উত্তৰ-ভাৰতলৈকে ৰাজ্যবিস্তাৰ, পাৰস্য সম্ৰাট নাদিৰশ্যাহৰ ভাৰত আক্ৰমণ, তাৰ লগে-লগে ইউৰোপীয় বণিকৰ ভাৰতত ৰাজশক্তি প্ৰতিষ্ঠাপনৰ উদ্যম, এইবোৰৰ ঘাত-প্ৰতিঘাতৰ

কাৰণে ভাৰতত অবিৰত তোলপাৰ, অশান্তি, অৰাজকতা আৰু শোণিতক্ষয়।

১৭৪৮ খৃষ্টাব্দত মহম্মদশ্যাহৰ মৃত্যুৰ পাচত আহম্মদশ্যাহ দিল্লীৰ সম্রাট পদত অধিষ্ঠিত হয়। তেওঁৰ পাচত দ্বিতীয় আলমগীৰৰ দিনত কাবুলৰ আহম্মদশ্যাহ আবদালীয়ে পাঞ্জাব অধিকাৰ কৰে। বিদেশীৰ অস্ত্ৰচালনাত দিল্লী নগৰ হত্যা আৰু লুণ্ঠনৰ লীলাভূমি হয়। ১৭৬১ খৃষ্টাব্দত আহম্মদশ্যাহ আবদালীৰে সৈতে পাণিপথ নামে ঠাইত মহাৰাষ্ট্ৰীয়সকলৰ তুমুল সংগ্ৰাম হয়। এই যুদ্ধত মহাৰাষ্ট্ৰীয় সেনা মূৰ তুলিব নোৱাৰাকৈ পৰাস্ত হয়, তাৰ লগে-লগে মহাৰাষ্ট্ৰীয়ই ভাৰতত একছত্ৰ সাম্রাজ্য স্থাপন কৰাৰ সম্ভাৱনা চিৰদিনলৈ লোপ পায়। ১৭৫৯ খৃষ্টাব্দত দ্বিতীয় আলমগীৰৰ হত্যাৰ পাচত তেওঁৰ পুতেক দ্বিতীয় শ্যাহ-আলম মোগল ৰাজপাটত বহিল সঁচা, কিন্তু তেওঁ ৰাজধানী এৰি বঙ্গদেশত পলাতক ভাৱে কাল কটাবলৈ বাধ্য হল। কবলৈ গলে এইখিনিতে মোগল সাম্রাজ্যৰ যৱনিকা পৰিল।

দিল্লীৰ সম্রাটসকলৰ ক্ষমতা ক্ৰমান্বয়ে টুটি অহাত মোগলৰ অধীনে প্ৰবৰ্ত্তী বঙ্গৰ চুবেদাৰৰ ক্ষমতা আৰু প্ৰভাৱ লাহে-লাহে বাঢ়িবলৈ ধৰিলে। ১৬৬৩ খৃষ্টাব্দত বঙ্গৰ শাসনকৰ্ত্তা মীৰজুমলাৰ মৃত্যু হোৱাত ছায়িস্তা-খাঁ চুবেদাৰ হয়। ইয়াৰ পাচত ফিদাই-খাঁ, চুলতান মহম্মদ আজমতাৰা, পুনৰ ছায়িস্তা-খাঁ, ইব্ৰাহিম-খাঁ, চুলতান আজিম-উছ-ছান, মুৰ্চিদকুলি-খাঁ,

চুজাউদ্দিন-খাঁ, চৰফৰাজ-খাঁ, আৰু তাৰ পাচত আলিবৰ্দ্দি-খাঁ। শেষোক্ত আলিবৰ্দ্দি-খাঁ নবাবে মহাৰাট্টাক বাৰলাখ টকা চৌথ দিম বুলি অঙ্গীকাৰ কৰি আৰু উৰিষ্যাৰ এক-অংশৰ ৰাজস্ব এৰি দি বঙ্গৰ স্বাধীনতা ৰক্ষা কৰে। ১৭৫৬ চনত আলিবৰ্দ্দি-খাঁৰ মৃত্যু হোৱাত নাতিয়েক চিৰাজ-উদ-দৌলা নবাব বঙ্গৰ মচনদত বহিল। ইংৰাজৰ প্ৰতিপত্তি বাঢ়ি অহা দেখি শঙ্কান্বিত হৈ চিৰাজ-উদ-দৌলা নবাবে তাৰ গতিৰোধৰ উপায় চিন্তিবলৈ ধৰিলে। নবাবে কাছিমবাজাৰত থকা ইংৰাজৰ কুঠি অধিকাৰ কৰিলে। তাৰ পাচত ১৭৫৬ খৃষ্টাব্দৰ জুন মাহত নবাবে কলিকতাত থকা ইংৰাজৰ কিল্লা অধিকাৰ কৰে। এবছৰৰ পাচত পলাশীৰ যুদ্ধত ক্লাইবৰ হাতত চিৰাজ-উদ-দৌলাৰ পৰাজয় হোৱাত মীৰ-বক্সী মীৰ-জাফৰক বঙ্গ-বিহাৰ-উৰিষ্যাৰ শাসনকৰ্ত্তা নিয়োগ; মীৰ-জাফৰৰ পুতেক মীৰাণৰ আদেশত নবাব চিৰাজ-উদ-দৌলাৰ প্ৰাণহত্যা; ১৭৫৮ চনৰ বঙ্গত থকা ইংৰাজৰ বসতিবোৰৰ ওপৰত ক্লাইবক শাসনকৰ্ত্তা পদত নিয়োগ; মীৰ-জাফৰৰ পদচ্যুতি; ১৭৬০ চনত মীৰ-কাছিমৰ বঙ্গৰ নবাব পদত নিয়োগ; বৰ্দ্ধমান, মেদিনীপুৰ আৰু চট্টগ্ৰামত ইংৰাজৰ আধিপত্য লাভ,—এইদৰে বঙ্গত ৰাজ-ভগন ৰাজ-উঠনৰ কাৰণে তল-ওপৰ হবলৈ ধৰিলে।

তাৰ পাচত ইংৰাজৰ পৰা স্বতন্ত্ৰ হৈ প্ৰবৰ্ত্তিব খোজাত ইংৰাজৰ লগত মীৰ-কাছিমৰ সৈন্যৰ সংঘৰ্ষণ হয়। পাটনা

আৰু বকৃচাৰ ৰণত পৰাস্ত হৈ প্ৰাণৰ কাতৰে মীৰ-কাছিমে দেশান্তৰী হৈ জীৱন অতিবাহিত কৰিবলৈ ধৰিলে। মীৰ-জাফৰ পুনৰ বঙ্গৰ শাসনকৰ্ত্তা হৈ ১৭৬৫ চনত লোকান্তৰ হয়। তেওঁৰ মৃত্যুত পুতেক নাজিম-উদ-দৌলা বঙ্গৰ নবাব পদত অধিষ্ঠিত হল।

মোগলৰ শাসন-প্ৰথামতে প্ৰতি-প্ৰদেশৰ চুবেদাৰৰ তলত দেৱান উপাধিধাৰী এজন বিষয়াই ৰাজহ সংগ্ৰহ কৰি বাদশ্যাহী ভঁৰাললৈ পঠাইছিল। ১৭৬৫ খৃষ্টাব্দত দিল্লীৰ সম্ৰাট শ্যাহ-আলমে ইংৰাজ ইষ্ট-ইণ্ডীয়া কোম্পানীক বঙ্গ-বিহাৰ আৰু উৰিষ্যাৰ দেৱানী পদত অধিষ্ঠিত কৰিলে। সৈন্য-সামন্ত ৰাখি ৰাজ্য-ৰক্ষাৰ ভাৰো ইংৰাজৰ হাতত পৰিল। এইদৰে বঙ্গ-বিহাৰ-উৰিষ্যাত মোগলৰ পৰিবৰ্ত্তে প্ৰকৃত-প্ৰস্তাবে ইংৰাজ অধিপতি হৈ ৰহিল, নবাব হল সাক্ষী-গোপাল মাথোন। ইংৰাজৰ প্ৰতিপত্তি লাভৰ মূলত আছিল সেনাপতি ক্লাইবৰ দূৰদৰ্শিতা আৰু কাৰ্য্য-চতুৰতা।

এইদৰে ভাৰতৰ ইমূৰৰপৰা সিমূৰলৈকে বিপ্লৱ আৰু বিভ্ৰাট, সদাগৰী আৰু ৰাষ্ট্ৰীয় প্ৰতিদ্বন্দিতা, অসমত কিন্তু স্বাধীনতা আৰু শান্তিৰ পূৰ্ণপয়োভৰ। সেই দৃশ্য ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ সমসাময়িক বুৰঞ্জীত লিপিবদ্ধ থকা গোটাচেৰেক কাহিনীত ফুটি ওলাইছে।—

"আতপাচে স্বৰ্গদেৱে বঙ্গালৰ পৰা বাজীকৰ এযোৰা অনালে, তাৰ উপৰি বাঁহপাতি ওস্তাজ, তাইৰ লগে আৰু

জনদিয়েক। পাচে স্বৰ্গদেৱে সিহঁতক নিয়াই ৰংঘৰতে ৰং কৰিছিলে; বাজীও এই,—দুপতীয়া আমৰ পুলিত জায় লগাইছিল, ত্ৰিশূলৰ ওপৰত নাচিছিল। আৰু অনেক বাজী কৰি স্বৰ্গদেৱক ৰং দেখালে। পাচে স্বৰ্গদেৱে ৰং পাই সিহঁতক দিলে ৰূপ ১০০০ টকা।"

"পাচে স্বৰ্গদেৱে ৰংপুৰৰ বাহৰৰ ৰৰচোৰাতে কছাৰী, মণিপুৰীয়া দুয়ো ৰজাক সম্ভাষা হ'ল। দুয়ো ৰজা স্বৰ্গদেৱক সেৱা কৰিলে। সভাও অতি বিচিত্ৰ হৈছিল। সেইবেলা জয়ানন্দৰ জোৰাই স্বৰ্গদেৱৰ আগত পাসোজ গান কৰিছিল। ৰজাবোৰে দেখি বিস্ময়।"

"আৰু সেই সময়তে মণিপুৰীয়া ৰজাকে, কছাৰী ৰজাকে দেখাই ৰাৱণ-বধ ভাৱনা কৰিলে, আৰু সেই সময়ৰ পৰাহে বৰবৰুৱা চোৰাৰ ফুকামৰ খুটাত বহে। বৰফুকনক মোক্ষ কৰি ফুকনসকল ভাৱনাঘৰত বহে। সেই ভাৱনাৰ ডেকা-বৰবৰুৱা ওস্তাজ লাগিছিল; মানুহ ৭০০টা; ভাৱনাও অতি বিশেষ হৈছিল। মণিপুৰীয়া, কছাৰী ৰজাও দেখি অতি বিস্ময় পালে।"

"মণিপুৰীয়া জীয়েকক পৰে স্বৰ্গদেৱে বৰজনা আইকুঁৱৰী-দেও পাতিলে। স্বৰ্গদেৱে তিনিজনা ডাঙৰীয়াকো বৰবৰুৱাকো চাঙলৈকে নিয়ালে। স্বৰ্গদেৱে ডাঙৰীয়াবোৰতো সুধিলে, বোলে,—"এই মণিপুৰীয়া ৰজা যে ব্ৰহ্মাৰ খেদাত আহি কছাৰীত আছিলহি, তাৰপৰা আহি আমাৰ বৰুৱাৰ ঘৰায়

শৰণাপন্ন হ'লহি, এতেকে মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিবলৈ তোমালোকে কি বোলা? কাৰ মনে কি চোৱে?" এইৰূপে স্বৰ্গদেৱৰ বাক্য শুনি ডাঙৰীয়াসকলে বোলে,—"স্বৰ্গদেৱে মণিপুৰীয়া ৰজাক স্বদেশত সংস্থাপন কৰিলে যশ-ধৰ্ম্ম-কীৰ্ত্তি দেশদেশান্তৰে খ্যাতি হব।"

জানুৱাৰী ১৯২৫ চন।

---

# দুবলীয়া পানীফুকনৰ বীৰত্ব

হে মোৰ অসমদেশবাসী ভাই-বন্ধুসকল, আপোনালোক কিহৰ দুখীয়া? অপোনালোকৰ পূৰ্ব্বপুৰুষসকলে কিমান পৰিশ্ৰম কৰি নিজৰ দেশৰ কাৰ্য্যকলাপ নিজৰ জাতি-ভাইৰ কীৰ্ত্তিবোৰ বুৰঞ্জীৰ পাতত ৰক্ষা কৰি গৈছে, আপোনালোকে সেইবোৰ এবাৰ লুটিয়াই নেচায়নে? সেইবোৰ এবাৰ পঢ়ক, তাত থকা অসমীয়া বীৰপুৰুষ আৰু বীৰনাৰীসকলৰ দেশপ্ৰেম আৰু স্বাৰ্থত্যাগৰ দৃষ্টান্তৰে আপোনাৰ নিৰ্জ্জীৱ ধমনীত দেশ-গৌৰৱৰ শোণিত প্ৰবাহিত কৰক, তেতিয়া ক্ষুদ্ৰ অসমীয়া জাতিয়ে জগতৰ আগত কীৰ্ত্তিমন্ত হৈ প্ৰকাশ পাব, আৰু অতীতৰ মহৎ আদৰ্শৰে অনুপ্ৰাণিত হৈ উন্নতিৰ পথত আগবাঢ়িব পাৰিব।

আপোনালোকে মহাসতী জয়মতীৰ কাহিনী পঢ়ি কিমান গৌৰৱ পাইছে, কিন্তু তাহানি শিৱসাগৰৰ ইন্দীবৰ বৰুৱা চিৰস্তদাৰ ভাঙ্গৰীয়াৰ পৰা এই কাহিনীটো শুনি স্বৰ্গীয় ৰত্নেশ্বৰ মহন্তই তাক সকলোৰে আগত প্ৰকাশ নকৰা হলে আপোনালোক এই গৌৰৱৰ অধিকাৰী হব পাৰিলেহেঁতেননে? লাচিত বৰফুকন সেনাপতি প্ৰমুখ্যে আমাৰ অসমীয়া বীৰ-সকলে শৰাইঘাট ৰণত অপৰাজেয় ৰণকৌশল আৰু যুদ্ধ-বিক্ৰমৰ পৰিচয় দি গৈছিল, কিন্তু তাহানি শ্ৰীযুত হেমচন্দ্ৰ গোস্বামী ভাঙ্গৰীয়াই পুৰণা বুৰঞ্জীৰ পৰা এই ৰণৰ বিৱৰণ

উদ্ধাৰ নকৰা হলে আপোনালোকে আজি লাচিত বৰফুকনৰ নামত গৌৰৱ অনুভৱ কৰিলেহেঁতেননে? অসমীয়া বীৰাঙ্গনাই ঢাল-তৰোৱাল ধেনু-কাঁড় লৈ সম্মুখ-সমৰত অগ্ৰগামিনী হৈছিল, বুৰঞ্জীৰ পাতৰপৰা মূলা-গাভৰু আৰু ৰাধা আৰু ৰুক্মিণীৰ বৃত্তান্ত উদ্ধাৰ নোহোৱা হলে আমি জগতৰ আগত অসমীয়া বীৰনাৰীৰ বীৰত্বৰ আদৰ্শ দাঙ্গি ধৰিব পাৰিলোঁ-হেঁতেননে?

আমি কওঁ, আমাৰ এই বুৰঞ্জীবোৰ ওলাওক, তাত থকা মনোৰম আখ্যানবোৰ ৰাইজৰ মাজত প্ৰচাৰিত হওক, তেতিয়া বিদেশী নাটক আৰু উপন্যাসৰ অনুবাদ গুচিব, অসমীয়া নাটক আৰু উপন্যাস ৰচনাৰ আহিলা-সম্বল পৰ্ব্বত-পৰিমাণে প্ৰচুৰ হব। তেতিয়া দেখিব অসমীয়া সাহিত্যত এটি নতুন প্ৰাণ, আৰু অসমীয়া জাতীয়ত্বত এটি নতুন জাগৰণৰ আবিৰ্ভাৱ হৈছে।

মহাৰাজ লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত হোৱা মোৱামৰীয়া বিদ্ৰোহৰ সময়ত দিহিঙ্গীয়া ডেবেৰা বুঢ়া পানীফুকনৰ পুতেক বৰৈ তুৰুঙ্গীয়া পানীফুকন বোলা এজন অসমীয়া সেনাপতিৰ দুৰ্জ্জয় বীৰত্ব অপৰিসীম সাহ আৰু অখণ্ড ৰাজভক্তিৰ দৃষ্টান্ত আপোনালোকৰ আগত আজি আমি দাঙ্গি ধৰিলোঁ।

কি কি কাৰণত মোৱামৰীয়াই দেশত বিদ্ৰোহৰ অগনি জ্বলাইছিল তাক আপোনালোকে জানে। ১৬৯১ শকৰ কাতি মাহত লক্ষ্মীসিংহ স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱা প্ৰমুখ্যে

বিষয়াসকলৰে সৈতে আলচ কৰি তুৰুঙাৰ ঘৰৰ হৰনাথ ভিতৰুৱাল ফুকনক সুঁণীয়া হেংদান এখন খিলাত দি সেনাপতি কৰি এটা ডাঙৰ ফৌজ লগত দি মোৱামৰীয়াৰ বিৰুদ্ধে ৰণলৈ পঠিয়ালে। ডিবৰুৰ দক্ষিণপাৰে অসমীয়া সৈন্যই কোঠ দিলেগৈ, আৰু ডিবৰুত দলং দি ক্ৰমে আগবাঢ়িবলৈ ধৰিলে। পিচত মৰাণে আহি সেই দলং কাটি পেলাই অসমীয়া সেনাক আগভেটি ধৰিলে, সেনাক ৰচদ-পাতি যোগোৱা চাউল-সমলীয়াবোৰো অসমীয়া সৈন্যৰ ওচৰ চাপিব নোৱাৰিলে। খাবলৈ নোপোৱাত অসমীয়া সেনাৰ দুৰ্ঘোৰ বিলৈ হল। ঔ-টেঙ্গা, ঢেকীয়া, কচু, কাকগাজ আদি খাই কোনোমতে অসমীয়া সেনাই প্ৰাণ প্ৰবৰ্ত্তাবলৈ ধৰিলে। মানুহবোৰ ক্ষীণাই শুকাই গল, আঁঠু ডাঙৰ হল, জ্বৰ-গ্ৰহণীত পৰি বিস্তৰ মানুহ হানি হল। তথাপি সেনাপতি ফুকনে মৰাণৰ হাতত আত্মসমৰ্পণ নকৰি নানান নিৰ্য্যাতন সহি থাকিল।

এই ৰণত মৰাণে অতিচক্ৰান্তেৰে আহোমৰ তিনিজনা কোঁৱৰক হাত কৰি ললে। স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ তৃতীয় পুত্ৰ বাটঘৰীয়া বৰজনা গোহাঁইদেও বা মোহনমালা কোঁৱৰ বসন্ত ভুগি বিকৃত-শৰীৰ হোৱাৰ কাৰণে ৰাজসিংহাসনলৈ অযোগ্য বুলি বিবেচিত হৈছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ পৰামৰ্শ প্ৰবল হোৱাত সিংহাসনৰ কণ্টক দূৰ কৰিবলৈ ৰুকাইদেৱাক মোহনমালা গোহাঁইদেৱক ৰাজ্যৰ

পৰা বাজ কৰি দিছিল। কিন্তু স্বৰ্গদেৱ ৰুদ্ৰসিংহৰ অন্তিম-কালৰ ব্যৱস্থা আছিল তেওঁৰ পাঁচজনা কোঁৱৰে জ্যেষ্ঠানুক্ৰমে ৰাজ্য ভোগ কৰিব। ইয়াতে মোহনমালা গোহাঁইদেৱে বিষম বেজাৰ আৰু অপমান পাইছিল; আৰু কীৰ্ত্তিচন্দ্ৰৰ বিৰুদ্ধে কক্ষা বান্ধিছিল, আৰু পাৰিলে ৰাজপাটত উঠাৰ অভিসন্ধি তেওঁ কেতিয়াও এৰা নাছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰো চাৰিজনা কোঁৱৰ আছিল,—১ম, কান্দুৰা গোহাঁই; ২য়, চাৰুসিংহ মাজিউজনা গোহাঁই; ৩য়, ৰত্নেশ্বৰ সৰুজনা গোহাঁই; ৪ৰ্থ, স্বৰ্গদেৱে পাটত উঠা কালত জন্ম হোৱা পাট-কোঁৱৰ। ৰাজেশ্বৰসিংহৰ জীৱিত অৱস্থাতে কান্দুৰা গোহাঁইদেও গড়গাৱঁত স্বৰ্গী হয়, ভোগবাৰীত তেওঁৰ মৈদাম বন্ধা হয়। মাজিওজনা গোহাঁয়ে চাৰিঙীয়া মেল আৰু সৰুজনা গোহাঁয়ে তিপমীয়া মেল খাইছিল। স্বৰ্গদেৱ লক্ষ্মীসিংহই সিংহাসনত উঠাত নিৰাপদ হবৰ মনেৰে ভতিজাক মাজিউজনা গোহাঁই আৰু সৰুজনা গোহাঁইক নগা পৰ্ব্বতৰ দাঁতিত থকা দুৰ্গম নামৰূপলৈ খেদি পঠিয়ালে, আৰু পাটকোঁৱৰক বৰকলাত থলে। ইয়াতে অসন্তুষ্ট হৈ মাজিউজনা গোহাঁই আৰু সৰুগোহাঁয়ে খুৰাক লক্ষ্মীসিংহৰ বিৰুদ্ধে প্ৰতিহিংসাভাব লৈ আছিল। কিন্তু পাটকোঁৱৰে আন কিজনৰ দৰে মৰাণত শৰণ লোৱা নাছিল। তেওঁ মোৱামৰীয়াৰ বিৰুদ্ধে প্ৰাণ-পৰিশ্ৰমে যুদ্ধ কৰি ১৭১০ শকৰ শাওণ মাহত শিৱসাগৰৰ নিজৰ কোঠত মৰাণৰ হাতত প্ৰাণ-ত্যাগ কৰে।

এতিয়া মৰাণে হুল চাই মোহনমালা গোহাঁই, মাজিউজনা গোহাঁই আৰু সৰুজনা গোহাঁই, এই তিনি কোঁৱৰৰ সঙ্গোপনে বৰ্দ্ধিত হোৱা প্ৰতিহিংসা-প্ৰবৃত্তিক প্ৰজ্জ্বলিত কৰিবলৈ তেওঁলোক তিনিওকে চপাই আনি কলে,—"তোমালোক আমাৰ লগলৈ আহা। আৱশ্যকে তোমালোকৰ এজনকে ৰজা পাতিম। ৰজা হৈ আমাক ফুকন-বৰুৱা পাতিবা। আৰু পূৰ্ব্বে বকতিয়ালৰ কীৰ্ত্তিচন্দ্ৰ ৰবৰুৱাই বিনাদোষত স্বৰ্গদেৱত লগাই তোমালোকক নামৰূপলৈ খেদিলে। এতেকে বকতিয়ালৰ ৰবৰুৱাক মাৰোঁগৈ, তোমালোক আহা।" এই কথাতে কোঁৱৰ তিনিজন বিশেষ হৰ্ষযুক্ত হল, আৰু মৰাণেৰে সৈতে শপত খোৱা-খুই কৰিলে। পাচে তিনিওজনা গোহাঁইদেৱে হাতীত উঠি মৰাণেৰে সৈতে ফৌজ পাতি ভিতৰুৱাল ফুকনৰ কোঠলৈ আহিল। বাটৰবীয়া মোহনমালা গোহাঁইদেৱে ফুকনক কলে,—"ফুকন, তই দুৱৰাৰ ঘৰৰ, এদিনীয়া নহয়, তোৰ সপ্তমপুৰুষে আমাক সেৱা কৰি গৈছে, মিত্ৰ-সম্বন্ধো আছে। সম্প্ৰতি মইহে ৰজা। আৰু বকতিয়ালৰ ৰবৰুৱাই কুমন্ত্ৰণা কৰি স্বৰ্গদেৱত লগাই আমাক নামৰূপলৈ খেদালে, এতেকে বকতিয়ালৰ ঘৰক মাৰিবৰ নিমিত্তে আলচি ৰণ কৰিছোঁ। ডাঙৰীয়া কেইঘৰো, আহোম কেইঘৰো যাৰ যি বিষয়-মৰ্য্যাদা সেইৰূপেই থাকিব; আৰু সামান্য পাইকান মানুহকো একো নকৰোঁ, কাকো কটামৰাও নকৰোঁ।"

মোহনমালা গোহাঁইদেৱৰ এই কথা শুনি ৰাজভক্ত কৰ্ত্তব্যপৰায়ণ হৰনাথ ভিতৰুৱাল সেনাপতি ফুকনে নিৰ্ভীক-ভাৱে উত্তৰ দিলে,—"তোমালোক খেদিখোৱা গোহাঁই; আমি কেনেকৈ ৰজা লম? সম্প্ৰতি স্বৰ্গদেৱ ৰাজপাটতে আছে। আমি ৰজা লব নোৱাৰোঁ।" পাঠক, মনত ৰাখিব, তেতিয়া সেনাপতি ফুকন আৰু তেওঁৰ ফৌজৰ অৱস্থা একেবাৰে পানীত-হাঁহে-নচৰা, খাবলৈ নাপাই সেনাবোৰে লৈকাত-যন্ত্ৰণা ভুগিছিল। তথাপি সেনাপতিৰ কেনে নিৰ্ভীক উত্তৰ, প্ৰলোভনৰ হাত এৰাব পৰা কেনে বিচিত্ৰ শক্তি! খাই-বৈ শকত-আৱত হৈ থাকি নিৰ্ভয় অৱস্থাত প্ৰলোভন সম্বৰণ কৰাটো একো ডাঙৰ কথা নহয়। কিন্তু এফালে অনাহাৰত মৰোঁ-মৰোঁ হোৱা সৈন্য, আনফালে মৰাণৰ শৰণাপন্ন নহলে অনিবাৰ্য্য মৃত্যু, এই দুই কালভুজঙ্গৰ মাজত থিয় হৈ কোনে এইদৰে নিৰ্ভীকভাৱে উত্তৰ দিব পাৰে? মোগলৰ সেনাপতি ৰামসিংহ, তুমি তাহানি সঁচাকৈয়ে কৈছিলা,—"ধন্য ৰাজা, ধন্য মন্ত্ৰী, ধন্য সেনাপতি, ধন্য সেনা! একে আদমিয়ে সকলো সেনা চলাইতে পাৰে! মই হেন ৰামসিংহই থলত থাকিও ছিদ্ৰ নাপাওঁ।"

হৰনাথ সেনাপতি ফুকনৰ নিৰ্ভীক উত্তৰ শুনি তিনিওজনা গোহাঁইদেৱে মাত লগালে,—"যদি পাৰ আমাৰ গাত গুলি দে।" তাৰ পাচত তিনিজনা গোহাঁইদেৱে হাতীৰে ফুকনৰ কোঠ ভাঙ্গি হাতীৰপৰা নামি মানুহ সহিতে ফুকনক বন্দী

কৰি থলে। তাৰ পাচত বাধৰ মৰাণ বৰবৰুৱা হল, আৰু নাহৰ খোৰা মৰাণ সেনাপতি হল। মাজিউ গোহাঁই আৰু সকগোহাঁইক গোপনে মৰাণে বিহ খুৱাই মাৰিলে, আৰু মোহনমালা গোহাঁইক নিলগে ঘৰত থৈ বন্দীয়া দি থলে। মৰাণে খোৰাৰ পুতেক ৰমাকান্তক ৰজা পতিলে, কিন্তু অসমীয়া প্ৰজাৰ মৰম-বেথা পাবলৈ আৰু তেওঁলোকৰ মৰাণ-বিদ্বেষ দমাই ৰাখিবলৈ অসমীয়াৰ মাজত ধক তুলি দিলে যে মোহনমালা গোহাঁইদেৱৰ পুতেকক মৰাণে ৰজা পাতিছে, কিন্তু প্ৰকৃত কথা মৰাণৰ মাজত গুপ্ত থাকিল।

হৰনাথ ফুকন আৰু তেওঁৰ সেনাৰ দুৰ্ঘটনাৰ কথা ফুকনৰ কোঠৰ মানুহ এটাই গৈ লক্ষ্মীসিংহ স্বৰ্গদেৱক ৰাজসভাতে জনালে। এই কথা শুনি পাত্ৰ-মন্ত্ৰী সকলো নিষ্প্ৰাণ হল; আৰু সকলোৱে আলচ কৰি মোৱামৰীয়াৰ উৎপাত দমাবলৈ বিস্তৃত আয়োজনৰ উদ্দেশ্যে গুৱাহাটীৰ পৰা দুৱৰাৰ ঘৰৰ বৰফুকন, দিহিঙ্গীয়াৰ পানীফুকন, দুই ৰাজখোৱা, আৰু লুকী বাণীৰ দুই ৰজাপোৱালিক শীঘ্ৰে উজনিলৈ মতাই অনালে। এই সকলোকে লৈ বৰচ'ৰাত পুনৰ আলচ হল। দেশ-প্ৰেমিক পাত্ৰ-মন্ত্ৰী ডা-ডাঙ্গৰীয়া কা- ফুকন বৰুৱা-বিষয়াসকলে কলে,—"স্বৰ্গদেৱ, ভিতৰুৱাল ফুকনক ধৰি নিলে বুলি আমি কিয় ৰণ এৰিম? স্বৰ্গদেৱৰ বন্দী-বেটা অনেক আছে। স্বৰ্গদেৱে যিৰূপ আজ্ঞা যাক কৰিব তাক আচৰিব লাগে।"

এনে সময়ত ১৬৯১ শকৰ আহিনৰ পাঁচদিন যাওঁতে আকাশত অমঙ্গল-সূচক নেজাল-তৰা ওলাল। স্বৰ্গদেৱৰ আজ্ঞামতে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই সৈন্য-সামন্ত দি দিহা-দিহি সেনাপতিসকলক ৰণলৈ পঠালে। নামৰূপত সোণ-ৰূপৰ ভঁৰাল আছিল, তাক মৰাণৰ পৰা ৰক্ষা কৰিবলৈ স্বৰ্গদেৱে বৰবৰুৱাক বিশেষকৈ আদেশ দিলে। এই আদেশমতে, নাওশলীয়া ফুকনৰ পুতেক জবকিয়াল গোহাঁই, বৰ-অভয়-পুৰীয়া ৰাজখোৱা, কোটা বৰফুকনৰ বাহৰ পানী-অভয়পুৰীয়া ৰাজখোৱা, বৰগোহাঁই-পৰীয়া সৰু-অভয়পুৰীয়া ৰাজখোৱা, এইসকলে নামৰূপৰ ফালে যাত্ৰা কৰিলে। নামৰূপ পোৱাৰ আগতে দীঘলীঘাটত মৰাণেৰে সৈতে এওঁলোকৰ ৰণ লাগিল, ৰণত হাৰি এওঁলোকে মৰাণক বৰিলে। গুৱাহটীয়া ডেকাফুকন, ঘোৰাৰ বৰবৰুৱা, চিকণ বঙ্গালৰ দুই পুতেক, ফুকনৰ দাগিৰ দোৱাল, এই সকল গৈ তিমোনৰ মুখত কোঁঠ দি থাকিল। আৰু মই বৰুৱা সেনাপতিয়ে চাংমাইৰ পাঁচ-হাজাৰ মানুহ লগত লৈ সৰিয়হ-হাটৰ বাটেদি গল। চাংমাই পাওঁতেই এওঁলোকৰ ৰণ লাগিল। দিহিঙ্গীয়াৰ পানীফুকনৰ পুতেক ৰবৈ দুৱৰীয়া ফুকনে পানীফুকনৰ দাগিৰ দোৱাল মানুহখিনিৰে সৈতে ধাই-আলিৰ বাটেদি গল। -দুৱৰীয়া ফুকনৰ পাচত বৰকাকতী পৰ্ব্বতীয়া বৰুৱা গল। লিকচন বচা ৰাজখোৱা গা-মানুহখিনিৰে সৈতে পৰ্ব্বতৰ আলিয়ে গল। এইদৰে মৰাণক ভেটিবলৈ বিস্তৰ আয়োজন চলিল।

ইতিমধ্যে মৰাণৰ প্ৰভাপ দিনকদিনে বাঢ়িবলৈ ধৰিলে। দিহিঙ্গলৈকে মৰাণৰ সীমা হৈ তেওঁলোকৰ তলতীয়া গাওঁ-ভুঁই বাঢ়িল, আৰু মোহনমালা গোহাঁইৰ পুতেক সিংহাসনত বহিছে বুলি মৰাণে ঢৌ তুলি দিয়াত আমাৰ বহুত মানুহে মৰাণক ধৰিলেগৈ। মৰাণে হাতত টোকোন লৈ মাটিত খুন্দিয়াই শব্দ কৰি "অষ্টভুজে সপ্তভুজে চতুৰ্ভুজে ৰাখে, তাৰ দাই তাকে কাটে, তাৰ হিলৈ তাকে মাৰে, চতুৰ্ভুজে ৰাখে", এই বুলি নাম গাই ভয় খুৱাই দেশস্থ মানুহক ক্ৰমান্বয়ে নিজৰ দলত ভুক্ত কৰি ললে। এই চতুৰ্ভুজ মহন্ত মায়ামৰা সত্ৰৰ অধিকাৰ আছিল। তেওঁৰ পুতেক বায়ন ডেকাৰ মন্ত্ৰণামতে মহন্তৰ শিষ্যসমূহৰ পৰা নামমুৰি খেৰ এটা, বেতসূত এটা আৰু কামি এটা এইদৰে তোলা হ'ল, আৰু নামমুৰি মাটি এচপৰা তুলি ৰৰভেটি বন্ধোৱা হল, আৰু সেই বেত কামি খেৰেৰে এটা ঘৰ সজোৱা হল। ইয়াৰ পৰা মহন্তই অনুমান কৰিব পাৰিলে মোৱামৰীয়াৰ প্ৰজাশক্তি কিমান।

মোৱামৰীয়া সাম-দান-ভেদ-বিগ্ৰহ এই সকলো নীতিতে পৈণত আছিল। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ লগত অভয় ভণ্ডাৰী বুলি মানুহ এটা আছিল, তাৰ পুতেক অম্বৰীষ, স্বৰ্গদেৱৰ চাঙ্গতো কিছুমান লিগিৰাই পাচনি খাটি আছিল। সিহঁতে মৰাণৰ পৰা মনে-মনে ভেটি খাই ৰাঘ মৰাণক ৰজাঘৰীয়া সকলো কথা জনায়গৈ। এইদৰে মৰাণহঁতে বৰবৰুৱা আৰু স্বৰ্গদেৱৰ আদেশ আৰু দিহা-পোহাৰ সম্ভেদ পাবলৈ ধৰিলে।

আমি ওপৰত কৈছোঁ বৰে ডুবলীয়া পানীফুকনে সৈন্য লৈ থাই-আলিৰ বাটে মৰাণক ভেটিবলৈ গৈছিল। এইজনা অসমীয়া সেনাপতিৰ দেশ-প্ৰেম, ৰাজভক্তি, কৰ্ত্তব্যনিষ্ঠা আদিৰ কথা সুঁৱৰিলে বিস্ময় মানিব লাগিব।

ডুবলীয়া পানীফুকন ৰাঘ মৰাণৰ সম্মুখা-সম্মুখি হল। টোকোন-ধৰা মৰাণ-সৈন্যেৰে পৰিবেষ্টিত ৰাঘ মৰাণে পানীফুকনক কলে,—"ফুকন, তই কাকনো বণ কৰ? ৰুৱজনা গোহাঁইৰ পুতেকহে ৰজা। ভিতৰুৱাল ফুকনে সসৈন্যে আহি আমাক বৰিছে, তাক তই দেখা নাই? আৰু দিহিঙৰ সীমালৈকে সকলো লোকজনে আমাক বৰিছে।"

অসমীয়া সেনাপতি ডুবলীয়া ফুকনদেও ৰাঘ মৰাণৰ কথাত ভোলযোৱা মানুহ নাছিল, তেওঁ কলে,—"স্বৰ্গদেৱ পাটতে আছে, তই মৰাণৰ কথাৰে মই তোক বৰিমনে? মই দিহিঙীয়াৰ ঘৰৰ লৰা। এই মুৰেৰে স্বৰ্গদেৱক সেৱা কৰিছোঁ, আনক ৰজা কিয় লম?"

ফুকনৰ নিৰ্ভীক বচন শুনি ৰাঘ মৰাণে সসৈন্যে ফুকনক খেদি আহিলে। ফুকনৰ লগৰ সকলো মানুহ দিহিঙে-দিপাঙে পলাই ফাঁট মাৰিলে, অসংখ্য সশস্ত্ৰ মৰাণৰ সম্মুখত বীৰদৰ্পে থিয় হৈ থাকিল, ডুবলীয়া পানীফুকন সেনাপতি আৰু তেওঁৰ লগৰ তামোলকটা জিগিবাটি। নিৰুপায় হৈ দুয়ো পিঠীয়া-পিঠিকৈ থাকিল।

বাঘই এইবাৰ ভাবিলে,—"অকল এক ফুকনে আমাৰ অসংখ্য মৰাণৰ আগত কি তিষ্ঠিব ? এইবাৰ ফুকনে আমাক নিশ্চয় বৰিব।" কিন্তু ফুকন নিৰ্ব্বাক নিষ্কম্প। বাঘাই ফুকনক কলে,—"ফুকন, এতিয়াও ?"

ফুকনে আকৌ বীৰপুৰুষৰ দৰে উত্তৰ দিলে,—"মই পূৰ্ব্বেই বুলিছোঁ, মৰাণ, তোত মই নবৰোঁ।" ফুকনৰ হাতত ধেনু-কাঁড়, চোকৰ তৰোৱাল, তামোলকটাৰ হাতত দা আৰু বৰ্চি। ইয়াৰেই সৈতে বিচক্ষণ অসমীয়া ৰাজবিষয়া আৰু সুনিপুণ যুজাৰু দিহিঙীয়া বুঢ়াপানীফুকনৰ পুতেক সমৰ-কৌশলত সুশিক্ষিত বৰৈ দুবলীয়া পানীফুকন আৰু তেওঁৰ গা-বধীয়া লিগিৰা তামোলকটাই মৰাণৰ সৈতে এপৰ বেলা যুজি মৰাণৰ ভালেমান মানুহ কাটি মাটিত বগৰাবলৈ ধৰিলে।

পাঠক, চাওক, এই দৃশ্য কেনে মৰ্ম্মস্পৰ্শী। একালে মৃত্যুক তাচ্ছিল্য কৰা অসমীয়া সেনাপতি আৰু তেওঁৰ প্ৰভুভক্ত লিগিৰা, আনকালে অগণ্য সশস্ত্ৰ মৰাণ-সেনানী ! যেন বীৰ অভিমন্যুৱে শত-কৌৰবৰ আস্ফালনক পদাঘাত কৰি বীৰ-তেজেৰে যুদ্ধ কৰি মৃত্যুগঙ্গাৰ আশ্ৰয় লৈছে।

ফুকনক মৰাণে চৌপাশে বেঢ়ি ধৰিলে, তথাপি ফুকনে বীৰদৰ্পে থিয় হৈ থাকিল। তাৰ পাচত মৰাণৰ সৈতে তেওঁৰ কঁড়িয়া-কঁড়ি লাগিল। ফুকনে কাঁড় নিক্ষেপ কৰি মৰাণৰ সৈন্যক দূৰতে ওফোৰাই আছিল, সেই কাঁড়ৰ আঘাতত বহুত মৰাণে প্ৰাণত্যাগ কৰিলে। এনেতে ফুকনৰ কাঁড়

অন্ত পৰিল। ফুকন নিবন্ত্ৰ হৈ কালৰূপী মৰাণৰ সন্মুখত নিৰ্ভয়ে থিয় দি থাকিল।

বাঘই ফুকনক সুধিলে,—"ফুকন, এতিয়াও?" মৃত্যু অনিবাৰ্য্য জানিও ফুকনে উত্তৰ দিলে,—"মই পূৰ্ব্বেই বুলিছোঁ, মৰাণ, তোত মই নবৰোঁ।"

এনেতে মৰাণে পাচফালৰ পৰা দুৱৰীয়া ফুকনৰ গাত যাঠিৰে খোচ মাৰিলে, সেই যাঠি পিঠিয়ে সোমাই বুকুৰেদি ওলাল, ফুকনে বৰ নোৱাৰি হামখুৰি খাই পৰিল। পৰোঁতে মৰাণে তেওঁক কাটিলে। তামোলকটাই বহুতপৰ ফুকনক ৰক্ষা কৰি যুজ কৰি আছিল, তাকো মৰাণে কাটিলে। এইদৰে এইদুজনা বীৰপুৰুষে মৰাণৰ শৰণ নলৈ মৰণৰ শৰণ লৈ জন্মভূমিক পুণ্য কৰি থলে।

পাঠক, ইয়াৰ পাচত আলেক্‌জেণ্ডাৰ, নেপলিয়ন, পৃথ্বিৰাজ আৰু ৰাণা প্ৰতাপৰ বীৰত্বৰ কাহিনী পঢ়ি আপুনি সোৱাদ পাবনে? ধন্য দিহিঙ্গীয়াৰ ঘৰৰ দুৱৰীয়া পানীফুকন, ধন্য সামান্য তামোলকটা লিগিৰা, তোমালোকৰ শোণিতবিন্দুৰে থাই-আলি পবিত্ৰ হৈছে। তোমালোকৰ বীৰত্ব, তোমালোকৰ প্ৰভুভক্তিয়ে নিৰ্জ্জীৱ অসমীয়াৰ প্ৰাণত নতুন তেজৰ সঞ্চাৰ কৰিব।

পাঠক, আমাৰ দেশ ইমান দুখীয়ানে? দুৱৰীয়া পানীফুকন আৰু তামোলকটাই প্ৰাণত্যাগ কৰা ঠাইত যুগমীয়া স্মৃতিচিহ্ন আমি সাজিব নোৱাৰোঁনে?

ওপৰৰ বৰ্ণনাত আমাৰ এতিলমানো কল্পনা নাই। বুৰঞ্জীৰ সত্যক কল্পনাৰে অতিৰঞ্জিত কৰি বুৰঞ্জী বুলি প্ৰচাৰ কৰাৰ সমান গৰ্হিত কাম একো নাই বুলি আমাৰ বিশ্বাস। অসমীয়াৰ জাতীয় বুৰঞ্জীত ইমানবোৰ ৰোমাঞ্চকৰ সত্য ঘটনা আছে, সি নিজগুণেই উদ্দীপনামূলক, তাত কল্পনাৰ ৰহণ সানি পতুমৰ পাহিত ৰূপ চৰাবলৈ যোৱাৰ সকাম নাই।

যি জাতিৰ তেনে বুৰঞ্জী নাই, তেনে বীৰত্ব আৰু স্বদেশাৰ্থে প্ৰাণবিসৰ্জ্জনৰ জ্বলন্ত আদৰ্শ নাই, তেওঁলোকে কল্পনাৰ সহায়েৰে নতুন বীৰ নতুন বীৰাঙ্গনা অভিনয় মনেপতা বিচিত্ৰবীৰ্য্যৰ সৃষ্টি কৰক, সত্যপ্ৰিয় বুৰঞ্জীপ্ৰাণ অসমীয়াই ভুলে-চুকেও সেই সৃজন-লীলাৰ চাবিঢাপত ভৰি দিবৰ প্ৰয়োজন নাই।

বীৰবৰ বৰৈ ছুৱলীয়া পানীফুকনৰ মৃত্যুৰ পাচত মৰাণৰ প্ৰতাপ দিনকদিনে বাঢ়িবলৈ ধৰিলে। মৰাণে ৰাজধানী ৰংপুৰ অধিকাৰ কৰি স্বৰ্গদেৱ লক্ষ্মীসিংহক বন্দী কৰিলে। মৰাণৰ ৰমাকান্ত ৰজা হল, ৰাঘ বৰবৰুৱা হল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ আইকুঁৱৰীদেৱ মণিপুৰৰ ৰাজকন্যা কুৰঙ্গনয়নীক ৰাঘই ভাৰ্য্যা কৰি ললে। তাৰ পাচত আহোম বিষয়াসকলে অন্যান্য মানুহৰে যোত্ৰ হৈ পৰামৰ্শ কৰি চ'তৰ বিহুৰ দিনা হুচৰি গোৱাৰ ছলেৰে ৰাঘৰ আগচোতালত থিয় হল। ৰাঘ বৰবৰুৱাই হুচৰি গোৱা ৰাইজৰ আগত আঠু লওঁতে কুৰঙ্গনয়নীয়ে ৰাঘৰ কৰঙ্গনত তৰোৱালেৰে ঘা মাৰিলে।

তাহানি চুৱলীয়া ফুকনৰ দৰে বাধৰো হামখুৰি খাই পাৰল, তাতে তেওঁক কটা হল।

ৰজাঘৰীয়া মানুহে অন্যান্য মৰাণক মাৰি লক্ষ্মীসিংহ স্বৰ্গদেৱক বন্দীৰ পৰা মুকলি কৰি পুনৰ সিংহাসনত বহুৱায়। পিচে গৌৰীনাথসিংহ ৰজাৰ দিনত মৰাণে পুনৰ দেশত বিদ্ৰোহ তোলে। কুঁৱৈগঞা ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই মৰাণক যতে-ততে ভেটি অৱশেহত ইংৰাজৰ সহায়েৰে বিদ্ৰোহীক কিছুপৰিমাণে দমন কৰি ৰাজ্যৰ জেঙা-জঞ্জাল ভাঙি দেশত শান্তিৰ থাপনা কৰে। দেশপ্ৰেমিক পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ ভঙা ৰাজ্যত শান্তি-স্থাপনৰ বিষয়ে হৰনাথ সেনাপতি ফুকনৰ ভায়েক শ্ৰীনাথ বৰবৰুৱাই লিখি থৈ গৈছে,—"সেইবেলা মহামন্ত্ৰী বুঢ়াগোহাঁই ডাঙৰীয়াই পক্ষীয়ে যেনেকৈ শিশুটিক পখাৰে আৱৰি ৰাখে সেইৰূপে ডাঙৰীয়াই ৰক্ষা কৰিছিল।"

জানুয়াৰী ১৯২৫ চন।

---

# কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ৰাজনীতি

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ মানৱচৰিত্ৰত অভিজ্ঞতা আৰু ৰাজনীতিজ্ঞানৰ বিষয়ে বৰবৰুৱাই লক্ষ্মীসিংহ স্বৰ্গদেৱক দিয়া পৰামৰ্শ আৰু মন্ত্ৰণাৰ পৰা আমি ভালকৈ জানিবলৈ পাওঁ। মৰাণে অৰীতীয়াভাৱে বিদ্ৰোহৰ নিচান তুলি স্বৰ্গদেৱৰ সৈন্যক পৰাস্ত কৰি আহোম ৰাজকোঁৱৰক লোকদৰ্শক ৰজা পাতি প্ৰজ্ঞাবোৰক ছলচক্ৰান্তেৰে বৰাই ৰংপুৰৰ মুখে আগবাঢ়িবলৈ ধৰিলে। কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱক পৰামৰ্শ দিলে, বোলে,—"চিন্তামণি-গড়ত আশ্ৰয় লৈ তাৰেপৰা মৰাণ মৰাৰ আয়োজন কৰিব লাগে।" স্বৰ্গদেৱে একো উপায় নাপাই পাত্ৰ-মন্ত্ৰী, বৰবৰুৱা, ৰাজমাওদেৱতা আৰু আইকুঁৱৰীসকলেৰে সৈতে ১৬৯১ শকৰ আঘোণৰ আঠদিন যাওঁতে শনিবাৰে চাৰি দণ্ড বেলা হওঁতে, সোণ-ৰূপ অলঙ্কাৰৰ পেৰা, আন মূল্যবান বয়বস্তু আৰু চোমদেও কুলদেৱতাৰ মূৰ্ত্তি লগত লৈ, ৰংপুৰ এৰি সোণাই নৈৰ বাহৰেদি, তাহানি আতন বুঢ়াগোহাঁইৰ ৰাজমন্ত্ৰী ডাঙৰীয়াই বন্ধোৱা চিন্তামণি-গড়ত ৰাতি চৈধ্য দাঁড়মান হওঁতে আশ্ৰয় ললেগৈ। বাটত আহোঁতে ঢুলীয়াই নিব নোৱাৰাত, আৰু বিচাৰি হাতী আৰু ঘোঁৰা নোপোৱাত আইকুঁৱৰীসকল মাটিয়েই খোজকাঢ়ি যাব লগাত পৰিছিল। চিন্তামণি-গড়ৰ অৱস্থাও বৰ ভাল নাছিল। গড়বোৰ ঠায়ে-ঠায়ে ভাগি পৰিছিল, চাঙবো ঠায়ে-ঠায়ে

ভগা। লগত নিয়া কাপোৰ আৰু গড়ত পোৱা কাপোৰ তৰি আইকুঁৱৰীসকলক আঁৰকাপোৰৰ ভিতৰত থোৱা হল। স্বৰ্গদেৱ আৰু গোহাঁইদেৱসকলক চাংমাই বৰুৱাই কোনোপধ্যে ভাত এমুঠি বান্ধি খুৱালে। আনলোকৰ খাবলৈ একো নহল। স্বৰ্গদেৱৰ ওচৰতে মাথোন বন্তি এগছ আছিল, লগৰ মানুহে গড়ৰ খৰিৰে জুই ধৰি পহৰা দিছিল। ৰাতি ভুভাগমান যাওঁতে ভাৱেপৰা হিলৈৰ শব্দ শুনা গল।

ইতিমধ্যে মৰাণে আহি ৰংপুৰ অধিকাৰ কৰিলে। স্বৰ্গদেৱ আৰু ভেওঁৰ পৰিয়ালৰ বিলৈ দেখি বৰফুকন, ন-ফুকন আদি বিষয়াসকলে মৰাণক ৰবাটোহে ভাল বুলি স্বৰ্গদেৱক পৰামৰ্শ দিলে। কিন্তু এই প্ৰস্তাৱত কীৰ্ত্তিচন্দ্ৰৰ সম্মতি নাছিল। বৰবৰুৱাৰ মতে স্বৰ্গদেৱ কলিয়াবৰলৈ ভটীয়াই যোৱাটোহে ভাল আছিল, কাৰণ কলিয়াবৰত স্বৰ্গদেৱে যুদ্ধৰ আয়োজন সংগ্ৰহ কৰিবলৈ সুবিধা পাব, যিহেতু সেই অঞ্চলত মোৱামৰীয়াৰ প্ৰতিপত্তি তেতিয়ালৈকে সিমান বিস্তৃত হোৱা নাছিল।

কলিয়াবৰলৈ যোৱাৰ আয়োজন কৰিবৰ কাৰণে নাও-নাৱৰা বিচাৰি বৰবৰুৱা স্বৰ্গদেৱৰ লগ এৰি গল। পাচে স্বৰ্গদেৱে বৰবৰুৱাক বিচাৰি নোপোৱাত, বৰবৰুৱাই স্বৰ্গদেৱক আপদত লগ এৰি নিজে পৰিত্ৰাণ পাবলৈ চেষ্টা কৰিছে বুলি বৰফুকনে স্বৰ্গদেৱক জনালে,—

"বৰবৰুৱাই মৰাণৰ লগ লৈছেগৈ। বৰবৰুৱাই তেনে কাম কৰিব নালাগিছিল।" আগেয়েতো প্ৰজাসকলে বুলিছিল,

বৰবৰুৱা ডাঙৰ মানুহ, কাৰ্য্যতো দক্ষ, এনেজন থাকোঁতে শত্ৰুৰ ভয় নাই। মন্ত্ৰণাৰ বলে কছাৰী ৰজাৰ বাবে দফায়েক সন্ধিকাৰী এজনা, মাস্তৰা যুদ্ধত ভঙ্গ হৈ কছাৰীৰ মাটিত থকা মেখেলীৰ জয়সিংহ ৰজা এজনা, এই দুজনাক বিনাযুদ্ধে আনি স্বৰ্গদেৱক সেৱা কৰাই কীৰ্ত্তিচন্দ্ৰ নাম ললে, গোঁহাইবোৰৰ সম্মান পালে, আৰোৱানথনিহে নললে। এতিয়া মৰাণ কেইটা পাশে, বলে নোৱাৰি ৰজা-প্ৰজাক ৰংপুৰ নগৰৰ পৰা সোণাৰী নৈলৈ পলুৱাই আনি শৰীৰ ৰক্ষা কৰিবৰ নিমিত্তে ৰজা-প্ৰজা সকলোকে এৰি সপৰিয়ালে পলালে। এতেকে জানিলোঁ বৰবৰুৱা ডাঙৰ লোক হৈ কালত শৰীৰ-মোহত থাকি সকলো নীতি, মন্ত্ৰণা, মৰ্য্যাদা, অভিমান এৰি বিশ্বাসঘাতক আদি পাপলৈকো ভয় এৰি ৰজা-প্ৰজা এৰি পলাল। এইটো কালৰহে বিক্ৰম।"

ইয়াৰ কিছুপৰৰ পাচতে নাও-নাৱৰা বিচাৰি একো যুগুতি কৰিব নোৱাৰি নিষ্প্ৰাণ হৈ বৰবৰুৱা স্বৰ্গদেৱৰ আগত ওলালহি। তেওঁ নথকাত তেওঁৰ বিষয়ে অপবাদ ৰটাৰ কথা শুনি বৰবৰুৱাই মৰ্ম্মান্তিক বেজাৰ পাই কলে,—

"নাও বিচাৰি ঢেকিয়াল ফুকন আৰু ডেকাবৰবৰুৱা গ'ল, তেও নাও নাপালেহি, মযো মানুহ দি বিচাৰাইছোঁ। আৰু মই স্বৰ্গদেৱৰ বন্দী, কায়বাক্যমনে। স্বৰ্গদেৱৰ চৰণৰ বিনে আৰু নাজানোঁ। শ্ৰীচৰণতে শৰীৰ পবিৰ, তথাপি স্বৰ্গদেৱৰ লগ কিয় এৰিম? স্ত্ৰীৰ লগত স্বৰ্গদেৱ তিনি বস্তুৰ গুৰু, তাতে

মোতে সকলো বিশ্বাস-ভৰসাও কৰি আছে। স্বৰ্গদেৱক এৰিলে এইবোৰ পাতকে পায়, ই কথা ইশ্বৰীৰে নকওঁ। তথাপি বৰবৰুৱা পলাল বুলি স্বৰ্গদেৱে শুনিছে। ইকালত যেনে কথা শুনিবলৈ নেপাইছে ই কথা স্বৰ্গদেৱে শুনি বুজিব।”

এনেতে যাদ তামুলীৰ পুতেক ৰামকৃষ্ণই কেখনমান নাও ঠিক কৰি অহাৰ বাৰ্ত্তা দিলে। তাৰ পাচদিনা মৰাণৰ ৰাগলোৱা মোহনমালা কোঁৱৰৰ বৰটি জীয়েক ডুৱৰাৰ গোপেশ্বৰৰ ঘৈণীয়েকে বহতীয়া হৰাপোৱাৰ মুখে খুৰাদেৱাক লক্ষ্মীসিংহ স্বৰ্গদেৱলৈ কৈ পঠিয়ালে,—“স্বৰ্গদেৱলৈ মৰাণৰ একো কক্ষা নাই। মৰাণৰ বৰবৰুৱালৈহে খং।”

এই কথা শুনি স্বৰ্গদেৱে অন্যান্য মন্ত্ৰীসকলেৰে পৰামৰ্শ কৰি মৰাণক ধৰিবলৈ অভিপ্ৰায় কৰিলে। তাকে শুনি সত্তৰি-বছৰীয়া বুঢ়া ৰাজনীতিত অভিজ্ঞ কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই স্বৰ্গদেৱৰ প্ৰস্তাৱত নিজৰ অসম্মতি জনালে। কীৰ্ত্তিচন্দ্ৰৰ উক্তিৰ পৰা তেওঁৰ ৰাজনীতি, বিশেষকৈ মৰাণৰ চৰিত্ৰ আৰু মৰাণ-বিদ্ৰোহৰ বিষয়ে তেওঁৰ অভিমত, কোনো এটা জটিল সমস্যাৰ আতি-গুৰি ভূত-ভৱিষ্যত ফঁহিয়াই দেখুৱাব পৰা শক্তি, আৰু অসমীয়া গদ্য-ভাষাৰ ওজস্বিনী শক্তিৰ পৰিচয় পোৱা যায় বুলি তাক তলত তুলি দিয়া হল।—

“স্বৰ্গদেৱ, কালি স্বৰ্গদেৱ আহোঁতে স্বৰ্গদেৱৰ লগত অনেক নাছিল। কোনোবোৰে অহাখনিকে নাজানিলে, কোনোবোৰে জানিও নাছিল। স্বৰ্গদেৱৰ লগতো অনেক

আছিল, পাচে তাৰে কোনোবোৰে বাটবে পৰা উলটিলে, কোনোবোৰে বাহৰ পায়েই বাতিয়েই গ'ল, কোনোৱে পুৱাতে গ'ল। যিখিনি আছে, খাবলৈ পালেহে লগ নেবিষ? ইইঁতকো স্বৰ্গদেৱৰ চৰণত প্ৰাৰ্থনা কৰি ৰূপ দিয়ালোঁ, ৰূপ লৈয়ে কেতবোৰ গ'ল। লগৰ মানুহ পাতল হ'ল।

"মৰাণে ধৰিবও পাৰেহি। এতেকে ধৰিবলৈ নোপাওঁতেই শীঘ্ৰে দিহিঙৰ পাৰ হলেহে ভাল। সিপাৰে স্বৰ্গদেৱৰ বন্দী-বেটী অনেক আছে। সেই ভকতবোৰে সৈতে মানুহ-দুনুহ চপাই লৈ, দীঘলীশালৰ নাও নমাই লৈ সেয়েৰেও, সত্ৰ-সভাৰ চহৰীয়াবো ভাৰীনাৱে সৈতে গৈ, আউনীআটী বেঙেনাআটী আৰু যাক পায় সেইবোৰবো ভকত আৰু নাও লৈ দেৰগাওঁ পোৱা যাব। শালবো নাও দেৱালবো মানুহ কলিয়াবৰলৈ যাব লাগে। কলিয়াবৰত স্বৰ্গদেৱৰ সকলো আহিলা আছে, গোহাঁই দুজনাও আছে। এইবোৰক তাতে, সষ্টম হৈ থাকি গুৱাহাটীৰ পৰা ফুকন ৰাজখোৱাৰে সৈতে আনখনি আনি মৰাণক মাৰিব পাৰিম।

"ক্ষত্ৰিয়ৰ ধৰ্ম্ম, শৰীৰ থাকেমানে যুদ্ধ কৰিব। জয় লভিলে ৰাজ্যভোগ হয়, যুদ্ধত পৰিলে স্বৰ্গভোগ হয়। শৰীৰৰ লগত কাতৰ হলে পৰলোকলৈকো পাপ হয়, ইহলোকতো পৰাধীন হয়, লোকৰ আজ্ঞাত প্ৰবৰ্ত্তি অনেক অপমান ক্লেশক পায়, মৃত্যু বাঞ্ছা কৰি থাকিব লগা হয়,—অতি কুৎচিৎ দুখ। আৰু শত্ৰুসেনৰ বজাৰ হাতত পৰাজয় হলে, চাতুৰ

হৈ তাক নিবদ্ধ কৰি লৈ ৰক্ষা কৰিলে ভাল আছে, যাতে সি নিবদ্ধ কৰি স্বদেশলৈ যায়। আৰু সেনায়ে সৈতে সন্তষ্ট হৈ থাকি সুদিন হলে তাঁকে জিনি পূৰ্ব্বপদত স্থিতি হব পাৰে। যিহেতু জয়-পৰাজয়ৰ সেয়েই কাৰণ। এতেকে কাল বক্ষিবৰ নিমিত্তে কাতৰতো আগেয়ে প্ৰবৰ্ত্তি গৈছে, সম্প্ৰতিও প্ৰবৰ্ত্তিছে, আগলৈকো প্ৰবৰ্ত্তিব।

“অতি কুচিৎ মহায়েহ আমি, স্বৰ্গদেৱৰ সেৱকৰ সেৱক। আমাৰ সেৱকৰ সেৱকতহে তাৰ সেৱা ঘটিছিলে। তেনেত উপসা নকৰাকৈ শৰীৰ এৰাকেহে প্ৰশস্ত দেখি। যেন অন্য দাসে স্বামীজনক দাস কৰি সেই গৃহক্ষেত্ৰত স্বামী হৈ প্ৰবৰ্ত্তিলে স্বামীজনৰ মৰাহে প্ৰতিকাৰ, আতকৈ উপায় আনৰূপ নাই। আৰু কোনোসকলে যদি মৰাণক বৰিবলৈ কয়, বৰিলেও এইৰূপহে হব। মৰাণে এই ভোগ পালে সন্তানৰ কুচিৎ ভোগ কৰিবলৈ কিয় যাব?

“আৰু মৰাণ দুষ্টলোক, অনেক দুষ্টে তাৰ লগ লৈছেগৈ, ইঠাইত যিবোৰ দুষ্টলোক আছে এইবোৰ তাতোকৈ চতুৰ। ইহঁতে উত্তমলোকৰ সজত ফুৰি নীতি পাই-শুনি দেখি আছে, ইহঁতেও তাৰ লগ লবহে। এইবোৰকে ইঠাই হ'লে দুষ্টৰ উন্নতি হৈ অধৰ্ম্মে দেশ জুৰিব, ধৰ্ম্ম-নীতিক লোপ কৰি সন্ত-শিষ্ট উত্তমলোকক নষ্ট কৰিব। কোনোবোৰে স্বধৰ্ম্ম এৰি, দুষ্টৰ পালন হৈ তাৰে ধৰ্ম্ম আচৰিব। এতেকে ধৰ্ম্মত প্ৰবৰ্ত্তা উত্তমলোকৰহে কবুলকাতৰ কয়। দুষ্টলোকৰ কবুলকাতৰ

কোনোকালত নকয়। এতেকে উত্তমলোকে দুষ্টলোকৰ বাক্যত কোনোকালত বিশ্বাস কৰি থোৱা নাই। এতিয়া যদি বিশ্বাস কৰা যাব কদাচিতো তাৰ পৰা শুভ নহয়, অশুভহে হব, সন্ত-শিষ্ট উত্তমলোকৰ প্ৰলয়হে হব। এতেকে স্বৰ্গদেৱে ইকথা নকৰিব।

"আৰু কোনোসকলে কয়,—'বৰবৰুৱাৰ্লৈহে মৰাণৰ খং, বৰবৰুৱাকহে মাৰিব। স্বৰ্গদেৱৰো, দেশৰ লোক কাৰো একো নাই, কাকো একো নকৰে। মৰাণ ৰজা হোৱাও নাই, বৰজনা গোহাঁইদেৱৰ পুতেকটিক্‌হে ৰজা পাতি আনিছে।' ই কথা মিছা। স্বৰ্গদেৱে নুশুনিব, নপতিয়াব। এইটো দুষ্টলোকৰহে কন্দ, উপায়।

"মোৰ মানুহে ভালৰূপে জানি আহিছে, থোৰা মৰাণে কৈছে গোহাঁইৰ পুতেকক পাতিছে ৰজা। বৰজনা গোহাঁইদেৱক ৰজা পাতিম বুলি কন্দেৰে চপাই লৈ তেওঁকে আগত থৈ দেশকে ৰবাই মৰাণে কয়,—'বৰজনা গোহাঁইদেৱলৈ অস্ত্ৰ ধৰিব যি পাৰে ধৰক, পোৱে-পুতেও সবংশে কাটিব। জিকিলেও ৰাজদ্ৰোহ হব।' এতেকে সি দুষ্টলোকৰ কন্দহে।

"সেৱকৰ স্বৰ্গদেৱহে ঈশ্বৰ। স্বৰ্গদেৱৰ যি আজ্ঞা তাকে আচৰাহে ধৰ্ম্ম, নাচৰিলেহে ৰাজদ্ৰোহ হয়। কন্দেৰে লোক বিপৰীত কৰিছে, আৰু স্বৰ্গদেৱলৈ সাক্ষাতে অস্ত্ৰ ধৰি আহিছে। গোহাঁইদেৱ বুলিছে কৈছে যদি মহাগুৰুজন হলেও

তাক নষ্ট কৰিব লগা, নষ্ট নকৰিলে দোষে পায়। দুষ্টৰ দণ্ডত থাকি ভাললোকো গমিব নোৱাৰাকৈ মৰাণৰ সঙ্গতি হৈছেগৈ। শত্ৰুৰ সঙ্গতি হলে ৰাজদ্ৰোহ পাতক অৱশ্যে সিদ্ধি হল, তাত ভ্ৰম নাই। আৰু মৰাণ ৰজা হোৱাৰ সাক্ষাত প্ৰমাণ হৈ আছে। সত্ৰ-সভাত দেৱদেৱালয়ত ব্ৰাহ্মণত অপঘাত কৰি আহিছে। স্বৰ্গদেৱৰ বংশৰ ৰজা হলে এইসকলক সম্মানহে কৰিলেহেঁতেন, কদাচিতো অপঘাত নকৰে। দুষ্টৰ কন্দত পৰিহে কোনোসকলে আকে স্বৰূপ বোলে।

"আৰু মৰাণে মোক মাৰি আনক এৰিব এইখিনি নহয়, স্বৰ্গদেৱে তাক নপতিয়াব। বিশেষতঃ, দুষ্টলোকে উত্তমলোকক মিত্ৰ কৰি কোনোকালে মনা নাই। দুষ্টৰ ক্ষমা ধৰ্ম্ম নাই, এতেকে কোনো নৰব। স্বৰ্গদেৱৰ একো নাই, মনত বহুত অসন্তোষ পাব, বন্দী-বেটীও পাব, তেতিয়া আমাৰ নিচিনা বন্দীবোৰ গোটাব নোৱাৰিব। আৰু মানুহে অনেক ব্যপাৰ কৰিও একুৰি পাইকৰ ৰৰা হয়হে, আমাক এশ পালেও দ্ৰব্য ব্যয় কৰিও তাকে ৰাখে, এৰিব নোৱাৰে। যদি মৰাণে ৰাজচক্ৰবৰ্ত্তীৰ পদ পাই তাক এৰি হাবিলৈ যাব বুলি যদি কোনোবোৰে কয়, তাক স্বৰ্গদেৱে নপতিয়াব।

"এতেকে যেই-সেইৰূপে স্বৰ্গদেৱে মৰাণে নোপোৱাকৈ কলিয়াবৰলৈ শীঘ্ৰে যাব লাগে। আজিটো থাকিলেও কালিলৈ ইঠাইত মৰাণে ধৰিবহি। মৰাণে পালেহি

স্বৰ্গদেৱৰ লগত অহা বন্দী-বেটীও আতঁৰিব। ভাললোককো কোনোৰ মাৰিব, সকলো উপায় কাৰ্য্য গুচিব। এতেকেহে শীঘ্ৰ কৰিবলৈ প্ৰাৰ্থনা কৰিছোঁ। আজ্ঞা কৰিব লাগে।”

কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ পৰামৰ্শ শুনি বৰফুকনে কলে,— “বৰবৰুৱাই যিখিনি কৈছে, সকলোখিনি শাস্ত্ৰোক্তি, নীতিপৰ। আৰু আচৰিব লাগে। কলিয়াবৰ পালেগৈ সকলো উপায় হব। কলিয়াবৰলৈ যাবলৈ নাও নহলে কিহেৰে যোৱা হব? ভাৰীনাও পাইছে একেখনি। স্বৰ্গদেৱ, গোহাঁইদেউ, ৰাজমাওদেউ, আঁইকুঁৱৰীদেৱসকল, আইবোৰো আছে। তাত কোন যাব? ভাৰীনাৱত গাকৈ মৰাকৈ তুলিবকো নোৱাৰি। যদি ভাৰীনাৱত স্বৰ্গদেৱ গল, স্বৰ্গদেৱৰ লগত স্বৰ্গদেৱৰ বন্দী-বেটী তুমি-আমি অনেক আছিছোঁ, এইবোৰ স্বৰ্গদেৱৰ লগত কিৰূপে যাব? যাব নোৱাৰিলে, সিহঁতে লগ নো-এৰোঁতেই আমিয়েই এৰা হলোঁ। প্ৰজাক এৰি যোৱা হবনো কি প্ৰকাৰে?

“নাও-নাৱৰাখনকেনো লোৱা যাব কি-কৈ? আৰু বাটতে হুল মৰামৰা, দেশেই হৈছে তাৰেই। তাৰে অনেক ডোম সকমায়েৰে দিনে-ৰাতিয়ে দিহিঙ্গতে থাকে। প্ৰজায়ে সৈতে সেইৰূপে যাবলৈ ডাঙৰ সংসাৰ। তাতে সিহঁতৰ যেখিয়ে সৈতে সকলোবোৰে ধৰ্ম্মকৰ্ম্মকে নাজানে; তেনেলোকে লোকজন নাইকিয়াকৈ পালে অপঘাত নকৰি নেৰিব। যদিবা

অপঘাত নকৰে তেও লুটকৰি মৰ্য্যাদা হানি কৰিব ; এইখিনি নিশ্চয়। এনেখনি হব লাগিলে ই ঠাইতে কোনোখন হোৱাটোহে ভাল দেখি। এইখনি হলে বধিলেঁা বুলিবলৈকো মৰাণে স্বৰূপ মামানিব হেন দেখি।

"সি মৰাণ স্বভাৱতে ধৰ্ম্মহীন, অজ্ঞান, অসঙ্গাতি, স্বমৃত্যুকো নাজানে, সদায়ে হিংসক। তাক কিৰূপে বুজোৱা যাব? এতেকে সকলোকো সিহঁতে বুটি নকৰাকৈ নাও-মাৰবায়ে কঁলিয়াবৰলৈ নিব পাৰিলে হলে সকলোখিনি ভাল হয়। সেইৰূপে নিব নোৱাৰিলে ই ঠাইতে থাকি মৰাণৰ ঠাইলৈকে কটকী পঠাই ববাখনি হলেহে দিনকে পোৱা যাব হেন দেখি।

"আমাৰ কৰ্ম্মত যি লিখিছে গোসাঁই-গোসাঁনীয়ে তাকেহে কৰাব, কোনো স্বতন্ত্র নহয়। মনেচোৱাখনিহে কৈছোঁ। দুজন ডাঙৰীয়া, বৰুৱা ফুকন, সকলোকে স্বৰ্গদেৱে সমালোচন কৰি যেইৰূপ বোলে তাকে আচৰিবহে লাগে। বিলম্বত কাৰ্য্যো অকুশল হয়।"

এইদৰে কি-কৰোঁ-কি-নকৰোঁ কৰি গুণা-গথা কৰি থাকোঁতেই ৰাতৰি যোগনীয়া এমানুহৰ পৰা স্বৰ্গদেৱৰ গতি-বিধিৰ সম্ভেদ পাই চাৰি-শ বৰতীয়া মৰাণে ৰাতি এপৰ হোৱাত স্বৰ্গদেৱক সকলো সৈতে বেৰি ধৰিলেহি। মৰাণে স্বৰ্গদেৱক বন্দী কৰিলে, আক ৰৰবৰুৱাক সগোষ্ঠে লোৱা জগালে। সেই ১৬৯১ শকৰ মাঘত মৰাণে যুৱা কীৰ্ত্তিচন্দ্ৰ

বৰবৰুৱা, পুতেক চন্দ্ৰহাস ডেকা বৰবৰুৱা, উমা ঢেকিয়াল ফুকন আৰু মধাসিংহক হত্যা কৰিলে। আৰু সেইদৰে পূৰ্ব্বে কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাই কোৱা ভৱিষ্যদ্বাণী আখৰে-আখৰে ফলিয়ালে।

নভেম্বৰ ১৯২৬ চন।



# মান-অনা বদনচন্দ্ৰ বৰফুকন

১৭৮০ খৃষ্টাব্দত, লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মৃত্যু হোৱাত পুতেক গৌৰীনাথসিংহ অসমৰ সিংহাসনত বহে। বছৰ-চেৰেকৰ পাচত, মোৱামৰীয়াই ৰংপুৰ আক্ৰমণ কৰাত স্বৰ্গদেৱে ৰাজধানী এৰি নামনিলৈ ভাগি আহি পোনতে গুৱাহাটীত, পাচে নগাৱঁত, আৰু তাৰ পাচত আকৌ গুৱাহাটীত বাহৰ কৰি থাকে। স্বৰ্গদেৱৰ অনুপস্থিতিত পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই যোৰহাটৰ কোঁঠৰ পৰা মোৱামৰীয়া আৰু অন্যান্য উপদ্ৰৱকাৰীক যথাসাধ্যভাৱে ভেটা দি ৰাজ্য ৰক্ষা কৰি আছিল।

ইতিমধ্যে, অসমত হোৱা অশান্তি আৰু বিপ্লৱৰ সুবিধা লৈ বঙ্গ আৰু বিহাৰ আদিৰ দস্যুশ্ৰেণীৰ মানুহ কিছুমানে জুমে-জুমে অসমত সোমাই গাওঁ-ভুঁই লুৰি দেশ লণ্ড-ভণ্ড কৰে; ইহঁতক সাধাৰণতে বৰকান্দাজ বোলা হৈছিল। গৌৰীনাথসিংহ মহাৰাজে বৰকান্দাজৰ অত্যাচাৰ বিষয়ে টানি লিখাত ভাৰতৰ গবৰ্ণৰ-জেনেৰেল লৰ্ড্ কৰ্ণওৱালিচ চাহাবে কেপ্তেইন ওৱেল্‌চক একৌজ সৈন্য লগত দি অসমলৈ পঠিয়ায়। কামৰূপৰ পৰা বৰকান্দাজইঁতক খেদাই কেপ্তেইনে স্বৰ্গদেৱক লগত লৈ ৰাজধানী ৰংপুৰলৈ যাত্ৰা কৰে। তাত থকা মোৱামৰীয়াক পৰাস্ত কৰি কেপ্তেইনে

স্বৰ্গদেৱক সিংহাসনত সুদৃঢ় কৰি বহুৱায়, আৰু দেশ-ৰাজ্য সুস্থিৰ কৰাৰ কাম হাতত লয়। ইতিমধ্যে, লৰ্ড্ কৰ্ণওৱালিচৰ ঠাইত চাৰ্ জন্ চ'ৰ গবৰ্ণৰ-জেনেৰেল পদত নিযুক্ত হয়। গাদিত বহিয়েই নতুনজনা গবৰ্ণৰ-জেনেৰেলে সিদ্ধান্ত কৰে যে পৰৰ ৰাজ্য অসমদেশৰ আভ্যন্তৰীণ জেঙ্গা-জঞ্জাল গুচোৱা কামত কোম্পানীৰ সৈন্য সৰহদিন লিপ্ত হৈ থকাটো সমীচীন নহব। এই সিদ্ধান্ত অনুসাৰে কোম্পানীৰ এলাকালৈ শীঘ্ৰে উলটি যাবৰ কাৰণে কেপ্তেইন ওৱেল্‌চক আদেশ দিয়া হয়।

গবৰ্ণৰ-জেনেৰেল চাৰ্ জন্ চ'ৰৰ নিৰ্দ্দেশমতে, অসমত শান্তি-স্থাপনৰ কাম অৰ্দ্ধ-সম্পাদিত অৱস্থাত এৰি কেপ্তেইন ওৱেল্‌চ চাহাবে ১৭৯৪ চনৰ জুন মাহত অসমৰ পৰা বঙ্গদেশলৈ সসৈন্যে উভতি যায়। কেইমাহমানৰ পাচত কামৰূপ অঞ্চলত বৰকান্দাজ দস্যুবোৰে পুনৰ উৎপীড়ন আৰম্ভ কৰে। সিহঁতৰ চৰ্দ্দাৰ আছিল হাজাৰাচিং, জোগানগিৰি আদি। গুৱাহাটীৰ শাসনকৰ্ত্তা শিৱদত্ত চেটিয়া বৰফুকনে হাজাৰাচিঙৰ সহায় লৈ তুংখুঙীয়া বাপী গোহাঁইৰ তেৰ-বছৰীয়া পুতেকক ৰজা পাতে, এই কোঁৱৰজনে মাথোন সোতৰ দিনহে ৰজা হবলৈ পায়। চেটিয়া বৰফুকনক কোনোপ্ৰকাৰে ধৰিব নোৱাৰি স্বৰ্গদেৱ গৌৰীনাথসিংহৰ অনুগত বিষয়াসকলে হাজাৰাচিং বঙালক দহহেজাৰ টকা দিম বুলি তাৰ হতুৱাই বৰফুকনক ধৰি বন্দী কৰি উজনীলৈ পঠিয়ায়। বৰফুকনে নিজৰ দোষ স্বীকাৰ

কৰে; স্বৰ্গদেৱৰ আজ্ঞাৰে অনেক বিকৰ্ণনা কৰি তেওঁক কোনেৰে কুৰি-কাটি মৰা হয়। শিবদত্ত চেটিয়া বৰফুকনক ধৰি দিয়াত প্ৰধান উদ্যোক্তা আছিল বুঢ়াগোহাঁই-কেঁদোয়া জাতি ৰাজখোৱা। তেওঁকে এতিয়া গুৱাহাটীয়া বিষয়াসকলে বৰফুকন পাতিলে; কিন্তু এই পদত তেওঁ তিনিদিনহে থাকিবলৈ পালে।

ইতিমধ্যে ৰঙ্গাচিলা দুৱৰাৰ ঘৰৰ হৰনাথ সেনাপতি ফুকনৰ পুতেক খিলাই বদনচন্দ্ৰই হাজাৰাচিং বঙ্গালক তিনি-কুৰি হেজাৰ ৰূপ দিম বুলি গাত ললে আৰু বঙ্গালৰ সহায়েৰে গুৱাহাটীত বৰফুকন পদত অধিষ্ঠিত হল। ধনৰ কাৰণে বঙ্গালে বৰকৈ ধৰাত বদনচন্দ্ৰই উপায় নাপাই হাজো কামাখ্যা আদি দেৱালয়ৰ সোণ-ৰূপৰ পাত্ৰ-অলঙ্কাৰ আনি তাকে ভাঙ্গি বঙ্গালক দিবলগীয়া দায়ৰ পৰা মুক্ত হল। মাহচেৰেকৰ পাচত জোগানগিৰি বঙ্গালে আহি নিজে গুৱাহাটী অধিকাৰ কৰাত বদনচন্দ্ৰ বৰফুকন হুঁহকি কাজলীত ৰ'লহি।

এনে সময়ত, বঙ্গদেশৰ পৰা নিয়মৎ-উল্লা চুবেদাৰে সৈতে কিছু সৈন্য আনি গৌৰীনাথসিংহৰ বিষয়াসকলে হাজাৰাচিং বঙ্গালক পৰাস্ত কৰি ১৭৯৫ চনৰ ৩০ মেই তাৰিখে গুৱাহাটী উদ্ধাৰ কৰিলে। সেইদিনাৰ ৰণত হাজাৰাচিং নিহত হল, আৰু তাৰ ৯০০ অনুচৰ গুলি খাই বা ব্ৰহ্মপুত্ৰৰ পানীত পৰি ডুবি মৰিল। বদনচন্দ্ৰ কাজলীৰ পৰা গুৱাহাটীলৈ উভতি আহিল। সেই চনৰে আগষ্ট মাহত বদনচন্দ্ৰৰ সন্নিধি সন্ধিকৈৰ

কলীয়া-ভোমোৰা গেছেলা বাজখোৱাই বঙালৰ শেহ-মহীয়া ধন দিবলৈ গাত লোৱাত নকৈ হোৱা ৰজা কমলেশ্বৰসিংহ স্বৰ্গদেৱে তেওঁকে বৰফুকন পাতিলে। এইজনা বৰফুকনৰ চেষ্টাত দক্ষিণকূল আৰু উত্তৰকূল বহুপৰিমাণে সুস্থিৰ হল, এই আপাহত স্বৰ্গদেৱে তেওঁক প্ৰতাপ-বল্লভ খিতাপ দিলে।

১৮১০ চনৰ নবেম্বৰ মাহত প্ৰতাপ-বল্লভ বৰফুকনৰ মৃত্যু হোৱাত বদনচন্দ্ৰ পুনৰ বৰফুকন পদত অধিষ্ঠিত হয়। এই দ্বিতীয়বাৰৰ প্ৰথমছোৱাৰ বিষয়ে সমসাময়িক লিপিবদ্ধ কাহিনী এতিয়ালৈকে আমাৰ হাতলৈ অহা নাই।

কমলেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্ব কালত অসমত ঘুৰ্ঘোৰ অশান্তি। মোৱামৰীয়া আৰু বৰকান্দাজ বঙালৰ হুলস্থুল অত্যাচাৰ তেতিয়াও শাম কটা নাই। ইপোনে চিংফৌ খামটি আদি দাঁতি-কাষৰীয়া জাতিবোৰে অসমত সোমাই গাওঁ-ভূঁই লুখি মানুহ ধৰি লৈ গৈছিল। পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াই সৈন্য আৰু বন্দুক-বাৰুদ খুজি কোম্পানীৰ গবৰ্ণৰ-জেনেৰেল চাহাবলৈ কেবাবাৰো দূত পঠিয়াইছিল, মাজে-মাজে অস্ত্ৰ-শস্ত্ৰৰ সহায় পাইছিল, কিন্তু কোম্পানীয়ে সৈন্য দি সহায় কৰিবলৈ সদায় অনিচ্ছা প্ৰকাশ কৰিছিল।

এই সময়ত কেবাজনা কোঁৱৰে বিদেশী সৈন্যৰ সহায়েৰে বুঢ়াগোহাঁইক দমন কৰি অসমৰ সিংহাসন অধিকাৰ কৰিবলৈ মন কৰিছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ নাতি বিজয় বৰমুৰা গোহাঁয়ে ১৭৯৫ চনত পূৰ্ণানন্দৰ হাতত পৰাস্ত হৈ কাছাৰ আৰু

মণিপুৰ ৰাজ্যত ভ্ৰমি ফুৰিছিল। তেওঁৰ পুতেক ব্ৰজনাথ কোঁৱৰে কোচবেহাৰ, নেপাল, বঙ্গদেশ আদি নানান ঠাইত সৈন্যসংগ্ৰহৰ চেষ্টা কৰিছিল। ১৮০৫ চনত গৌৰীনাথসিংহ স্বৰ্গদেৱৰ বিধৱা আইকুঁৱৰীদেৱ কমলেশ্বৰী দেৱীয়ে গবৰ্ণৰ-জেনেৰেল চাহাবক আবেদন-পত্ৰেৰে জনাইছিল যে অসমৰ সিংহাসনৰ ন্যায্য অধিকাৰী হৈছে ব্ৰজনাথ কোঁৱৰ, তেওঁৰ দাবি কাতি কৰি পেলাই পূৰ্ণানন্দ বুঢ়াগোহাঁইয়ে নিজৰ সুবিধাৰ নিমিত্তে নাবালক কমলেশ্বৰসিংহক সিংহাসনত বহুৱাইছে। আইকুঁৱৰীদেৱে আৰু জনালে যে,—"মোৰ এতিয়া ইচ্ছা যে কিছু সৈন্য সংগ্ৰহ কৰি তাহাঁতৰ সহায়েৰে অসম ৰাজ্য পুনৰ অধিকাৰ কৰোঁ। আশা কৰোঁ বৃটিছ গবৰ্ণমেণ্ট ৰংপুৰ আৰু গোৱালপাৰাৰ মাজেৰে সৈন্য লৈ যাওঁতে মোক একো হকাবধা নকৰিব। শত্ৰুক পৰাভৱ কৰি পুনৰ ৰাজ্য অধিকাৰ কৰিলে অসম দেশৰ উৎপন্ন খাজনাৰ এক-চতুৰ্থাংশ বছৰি মই বৃটিছক দিম।"

এজনা আহোম কোঁৱৰৰ অনুৰোধমতে বৰ্ম্মা-ৰজা বডোয়াফাই ১৭৯৭ চনৰ আগছোৱাত ২০,০০০ সৈন্য অসমৰ অভিমুখে পঠিয়ায়। ইহঁতৰ উদ্দেশ্য আছিল বাট-পথ উলিয়াই এটা বিৰাট অভিযানৰ সুচল কৰা, যাতে কিছুদিনৰ মূৰত এক বিপুল বাহিনী অসম আক্ৰমণৰ কাৰণে যাত্ৰা কৰিব পাৰে। আগৰেপৰা বৰ্ম্মাৰজাই ভাৰতবৰ্ষ সোমাই এখঁড়ি বুজি চাবলৈ ছল বিচাৰি ফুৰিছিল। বৰ্ম্মাৰ ৰাজধানীত থকা

বৃটিছ প্ৰতিনিধি কেপ্তেইন হীৰাম কক্‌চ চাহাবে দেখিলে যে এতিয়া সৰ্ব্বনাশ! মানে অসম লব পাৰিলে কোম্পানীৰ ৰাজ্যলৈকো চোচা মেলিব। সেইদেখি তেওঁ মানৰজাক বুজাই দিলে যে,—"অসম বৃটিছৰ কৰতলীয়া, আৰু বৃটিছৰ আশ্ৰয়াধীন।" এনে বুলি কোৰাত বড়োয়াকা ৰজাই মানসৈন্য ওভোতাই আনিলে। মানৰ সহায়প্ৰাৰ্থী কোঁৱৰজনাৰ নাম পাবলৈ নাই। তেওঁ নিজকে অসমৰ স্বৰ্গদেৱৰ ভায়েক বুলি বৰ্ণনা কৰিছিল, আৰু কমলেশ্বৰসিংহতকৈ তেওঁৰ দাবি বেচি ন্যায়সঙ্গত বুলি কৈছিল। তেওঁ মানৰজাৰ কৰতলীয়া হবলৈ স্বীকাৰ কৰিছিল, আৰু বঙ্গজয়ৰ কাৰণে মানসৈন্যক সহায় কৰিবলৈকো গাত লৈছিল। আমাৰ বোধেৰে এওঁ বিজয় বৰমূৰা গোহাঁই, মণিপুৰৰ পৰা মানৰজাৰ কাষ চাপিছিলগৈ।

১৭৯৭ চনৰ জুন মাহত আৰু এজনা আহোম কোঁৱৰে বড়োয়াকা মানৰজালৈ নিজৰ কন্যা উপহাৰ দি সৈন্যৰ সহায় খোজে। বৰ্ম্মাৰ ৰাজধানী অমৰাপুৰত গাভৰুৰ অভ্যৰ্থনাৰ কাৰণে বিপুল আয়োজন হয়।

এই গৰাকী অসমীয়া জীয়াৰী গৈ বড়োয়াকাৰ অতি বেথাৰ পাত্ৰ হয়গৈ; আৰু তেওঁৰ প্ৰভাৱৰ গুণত, ৰাজধানীত থকা "অসমীয়া পাৰ্টিৰ" অনুৰোধত ৰজাই নিজ উদ্দেশ্য সাধন কৰিবলৈ আৰু ইংৰাজৰ লগত বিৰোধিতা কৰিবলৈ সাজু হয়। কক্‌চ চাহাবৰ বুজনিত মাত্ৰ অসমলৈ সৈন্য পঠোৱাৰ পৰা মানৰজা বিৰত হল।

ইয়াৰ উপৰিও চিংফৌ আৰু খামটিয়ে মোৱামৰীয়াৰ লগ লাগি বৰ্ম্মাৰ পৰা সৈন্য খুজি আনিছিল। বৰ্ম্মাসৈন্য দুবাৰ আহি অসম সোমাইছিল, কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁই ভাঙ্গ-ৰীয়াই উপায়-মন্ত্ৰণাৰে সিহঁতক অসমৰপৰা ওভোতাই পঠিয়াইছিল।

চিংফৌক বৰাবৰ নিমিত্তে বুঢ়াগোঁহায়ে সিহঁতৰ নায়ক বিচানঙক দুৱৰাৰ বৰম বৰুৱাৰ পেহীয়েক ৰঙ্গিলীক সালঙ্কৃতাকৈ বন্দীয়ে-বেটীয়ে উপহাৰ দিয়ে। বিচানঙ্গে এই ৰঙ্গিলীকে অসম ৰজাৰ কুঁৱৰী বুলি বডোয়াফা ৰজালৈ দিলে। শ্ৰীযুত বেণুধৰ শৰ্ম্মাদেৱৰ মতে মানৰ ৰাজধানীত মহাসমাৰোহেৰে অভ্যৰ্থনা পোৱা অসম-কুঁৱৰী গৰাকী এই ৰঙ্গিলী আইদেৱেই।

বডোয়াফা মানৰজাই অসমৰ বিষয়ে ভালকৈ জানিছিল, আৰু অসম অধিকাৰ কৰি কোম্পানীৰ ৰাজ্য আক্ৰমণ কৰাৰ অভিলাষ তেওঁ অন্তৰত পোষণ কৰিছিল। গতিকে, বদন-চন্দ্ৰই সৈন্য-ভিক্ষা কৰোঁতে মানৰজা অতি আনন্দেৰে মান্তি হ'ল। ৰঙ্গিলী মেপায়াৰ অনুৰোধো এই ক্ষেত্ৰত বিশেষ কাৰ্য্যকৰী হ'ল। ডেভিড্ স্কট চাহাবে এবাৰ কৈছিল,— "যুদ্ধ-বিগ্ৰহাদি গুৰুত্বপূৰ্ণ কামতো কুঁৱৰীসকলৰ সবিনয় অনুৰোধ মানৰজাৰ পক্ষে অৱজ্ঞা কৰাটো অসম্ভৱ।"

বদনচন্দ্ৰৰ লগত পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ বিৰোধ লগাৰ প্ৰকৃত ভিতৰুৱা কাৰণ কি তাক সঠিককৈ কোৱা টান; হব

পাৰে, পূৰ্ণানন্দৰ একচেতীয়া ক্ষমতাক গতিৰোধ কৰিবলৈ বদনচন্দ্ৰৰ চেষ্টা, হব পাৰে কামৰূপত বদনচন্দ্ৰৰ কুশাসকৰূপে অখ্যাতি। অসমৰ প্ৰথম কমিচনাৰ স্কট্ চাহাবে ১৮২৬ চনত সংকলন কৰা টোকাৰ পৰা জানিব পাৰি যে বুঢ়াগোহাঁইৰ বিৰুদ্ধে ষড়যন্ত্ৰৰ সহায়কাৰী হিচাবে বদনচন্দ্ৰৰ নামো পোৱা গৈছিল। এই ষড়যন্ত্ৰত ৯৭ জন মানুহ সংশ্লিষ্ট আছিল। ৰবচ'ৰাত বিচাৰি কৰি ৭৭ জনক প্ৰাণদণ্ড দিয়া হল, আৰু ২০ জনক নাক-কাণ কাটি বা কণা কৰি এৰি দিয়া হল। বুঢ়াগোহাঁইৰ আজ্ঞাৰে বদন বৰফুকনক ধৰিবলৈ পৰ্ব্বতীয়া ফুকনে গুৱাহাটীলৈ যাত্ৰা কৰিলে। কিন্তু পৰ্ব্বতীয়া ফুকনে অলপ আলম-বিলম কৰাত বৰফুকনে তেওঁৰ উদ্দেশ্যৰ সন্তেদ পাই ৰাতিৰ ভিতৰতে নাৱেৰে ভটিয়াই গল, সেইদিনা আছিল ৭ অক্টোবৰ ১৮১৫ চন। লগত আছিল তিন পুতেক জন্মি, পিয়ালী আৰু মুমলি; উদয়চিং নামকটা চুবেদাৰ, আৰু তাৰ ভাতৃ কৃষ্ণৰাম নামকটা হাবিলদাৰ; আৰু চাৰি-পাঁচজনমান বৰফুকনৰ বিশ্বাসী গা-মানুহ।

উদয়চিং পূৰ্ব্বে অসম ৰজাৰ বৰকান্দাজ ফৌজৰ চুবেদাৰ আছিল, কিন্তু কামৰপৰা বৰখাস্ত হোৱাত বদন বৰফুকনৰ অধীনে চাকৰিত সোমায়। ১৮১৪ চনত, নৰসিংহগিৰি গোসাঁয়ে গোচৰ দাখিল কৰে যে কৃষ্ণৰামে অসম ৰজাৰ ভালেখিনি সোণ-ৰূপৰ অলঙ্কাৰ অপহৰণ কৰিছে। সেই বস্তুৰে সৈতে কৃষ্ণৰাম ধৰা পৰে। সোধাত কৃষ্ণৰামে কলে যে

সেই অলঙ্কাৰখিনি তাৰ আৰু ভ্ৰাতৃ উদয়চিঙৰ নিজাসম্পত্তি। ভাটী ৰংপুৰৰ মাজিষ্ট্ৰেট স্কট্ চাহাবে কৃষ্ণৰামক কাটেকত বন্দী কৰি থয়, আৰু চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱলৈ সকলো কথা লিখি পঠায়। স্বৰ্গদেৱৰ পৰা একো উত্তৰ নোপোৱাত স্কট্ চাহাবে ১৮১৫ চনৰ জুলাই মাহত কৃষ্ণৰামক কাটেকৰ পৰা খালাচ দিয়ে। এই কৃষ্ণৰামেও উদয়চিঙৰ দৰে বদনচন্দ্ৰ বৰফুকনৰ তলত চাকৰিত সোমায়।

গুৱাহাটীৰ পৰা পলাই গৈ নবেম্বৰ মাহৰ আগছোৱাত বদন বৰফুকনে স্কট চাহাবৰ লগত সাক্ষাৎ কৰি স্বৰ্গদেৱ চন্দ্ৰকান্তৰ তৰফে কোম্পানীৰ সাহায্য প্ৰাৰ্থনা কৰে; আৰু তেওঁ যে স্বৰ্গদেৱৰ যথানিযুক্ত প্ৰতিনিধি তাৰ প্ৰমাণৰ কাৰণে স্বৰ্গদেৱে বৰফুকনলৈ দিয়া এখন চিঠি দাখিল কৰে। চিঠিৰ তাৰিখ মঙ্গলবাৰ, ২৯ ভাদ্ৰ, অৰ্থাৎ ১২ চেপ্তেম্বৰ ১৮১৫ চন। চিঠিৰ মৰ্ম্ম এই,—

"বুঢ়াগোহাঁয়ে মোৰ লগৰ সকলো মানুহ কাটি-মাৰি নিপাত কৰিলে, আৰু মোৰ জীৱনতো প্ৰধান শঙ্কা। বুঢ়া-গোহাঁইৰ ক্ষমতা খৰ্ব্ব কৰি মোক সিংহাসনত প্ৰতিষ্ঠিত কৰিবৰ কাৰণে তোমাৰ যদি শক্তি-সামৰ্থ্য আছে তেন্তে তুমি শীঘ্ৰে উজনি অভিমুখে যাত্ৰা কৰিবা। যদি তুমি নোৱাৰা, তেন্তে ভাটীৰ ৰংপুৰ আৰু কলিকতালৈ গৈ তাৰ চাহাবক সকলো কথা বিবৰি কোম্পানীৰ সহায় বিচাৰিবা। তেওঁলোকক বুজাই কবা যে বুঢ়াগোহাঁয়ে মোৰ পূৰ্ব্ববৰ্ত্তী ৰজা গৌৰীনাথ,

মোৰ পিতৃদেৱ আৰু মোৰ ককাইদেৱক বিহ খুৱাই মাৰিছে। বুঢ়াগোহাঁয়ে নিজপক্ষীয় মানুহৰ দ্বাৰা মোক দিনে-ৰাতি ঘেৰাও কৰি ৰাখিছে, আৰু তেওঁ ৰজাৰ সিংহমোহৰ কৰগত কৰি নিজে ব্যৱহাৰ কৰিছে। তুমি বৃটিছৰ পৰা বিষয়া সহ ছয়-সাত কোম্পানী চিপাহী লগত লৈ ইয়ালৈ আহিবা, তাৰ খৰছ বহন কৰিবলৈ সম্মতি জনাবা। বৃটিছ যদি মান্তি নহয়, ডেৰলক্ষ টকা কৰৰ প্ৰতিশ্ৰুতি দিবা। যেনেকৈয়ে হওক, শত্ৰু-ধ্বংসৰ কাৰণে যথাবিধি উপায় অৱলম্বন কৰি দেশলৈ উভতিবা। ইতিমধ্যে যদি শুনা যে বুঢ়াগোহাঁইৰ হাতত মোৰ মৃত্যু ঘটিছে তেন্তে, ভাটীতে আমাৰ ফৈদৰ কোঁৱৰ এজনা আছে, তেওঁকে আনি সিংহাসনত বহুৱাবা। বুঢ়াগোহাঁইক যদি এই বিষয়ে ঘূণাক্ষৰেও জানিবলৈ দিয়া তেন্তে তোমাৰ গাত ৰাজবধ, ব্ৰাহ্মণবধ আৰু নাৰীবধৰ পাতক লাগিব।"

ইয়াৰ উপৰিও বদনচন্দ্ৰই স্বৰ্গদেৱৰ হৈ স্কট্ চাহাবক বহুত কথা কলে। চাহাবে সেইবোৰ কথা লিপিবদ্ধ কৰিবলৈ কোৱাত বৰফুকনে চন্দ্ৰকান্তসিংহই দিয়া আৰ্জিৰ দৰে এখন কাকত দাখিল কৰিলে, তাৰিখ ২৮ কাতি, ১২২২ সাল, অৰ্থাৎ ১২ নবেম্বৰ, ১৮১৫ খৃষ্টাব্দ। আৰ্জিৰ তলত লিখা আছিল,— "শ্ৰীচন্দ্ৰকান্ত সিংহ, বকলমে শ্ৰীবদনচন্দ্ৰ বৰফুকন দুৱৰা।" লিপিৰ সাৰমৰ্ম্ম এই,—

"বুঢ়াগোহাঁয়ে মোৰ পিতৃ চাৰিংৰজা আৰু দদাইদেৱ গৌৰী-

নাথক দৰব দিয়াৰ চলেৰে বিহ খুৱাই মাৰিছে। মোৰ ককাই-দেৱৰ যেতিয়া শাসনভাৰ হাতত লবলৈ উপযুক্ত বয়স হয়, এই বুঢ়াগোহাঁয়ে ককাইদেৱ বসন্তৰোগত ভুগি থকা অৱস্থাত গাত বিহ দি তেওঁৰো লোকান্তৰ ঘটাইছে। এইবোৰ কথা আমাৰ দেশত জনাজাত। এতিয়া মোক মৰাৰ পাল পৰিছে। গৌৰী-নাথসিংহৰ মৃত্যুৰ পিচত আৰু মোৰ ককাইদেৱৰ নাবালক অৱস্থাত এই বুঢ়াগোহাঁয়ে সকলো সৈন্যৰ কৰ্ত্তৃত্ব নিজৰ হাতলৈ নিয়ে, আৰু সৈন্য বিভাগত নিজৰ পেট-পোৱা বিশ্বাসী মানুহ নিযুক্ত কৰিবলৈ ধৰে। যিবিলাকে বুঢ়াগোহাঁইৰ অন্যায় আচৰণ প্ৰতিবাদ কৰে, তেওঁলোকক ধ্বংস কৰা হয়। বুঢ়াগো-হাঁইৰ হাতত এইদৰে প্ৰায় এহাজাৰ মানুহৰ মৃত্যু ঘটিছে। আজি মোৰ বয়স একুৰি বছৰ, আৰু মই সিংহাসনত যথাবিধি অধিষ্ঠিত হৈছোঁ, তথাপি বুঢ়াগোহাঁয়ে মোৰ হাতত কোনো ৰাজক্ষমতা অৰ্পণ কৰা নাই। ৰজাৰ মোহৰো তেওঁৰ হাততে আছে। লৰ্ড কৰ্ণওৱালিচ চাহাবৰ আদেশমতে তাহানি কেপ্তেইন ওৱেল্‌চ চাহাবে গৌৰীনাথসিংহ ৰজাক শত্ৰুৰ কবলৰ পৰা মুক্ত কৰিছিল; এতিয়াও মই কোম্পানী বাহাদুৰৰ শৰণাগত হৈ তেওঁলোকৰ সাহায্য প্ৰাৰ্থনা কৰিছোঁ যাতে মই মোৰ শত্ৰুৰ হাতৰ পৰা ৰক্ষা পাব পাৰোঁ।”

এই লিপিখন কিমানদূৰ চন্দ্ৰকান্তসিংহ ৰজাৰ মনোভাবৰ পৰিচায়ক তাক নিৰ্ণয় কৰিব নোৱাৰি। কিন্তু বদনচন্দ্ৰ বৰফুকনৰ মতে কোম্পানীয়ে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ

কাৰ্য্যাৱলী কি চকুৰে চোৱা উচিত তাৰ প্ৰত্যক্ষ নিদৰ্শনৰূপে এই লিপিৰ মূল্য অধিক।

বদন বৰফুকনে দাখিল কৰা দুয়োখন কাকত স্কট্ চাহাবে কলিকতাৰ বৰচাহাবৰ তালৈ পঠাই দিলে। তাৰ ওপৰন্ত গবৰ্ণৰ-জেনেৰেলে ৮ ডিচেম্বৰ তাৰিখে এই বুলি মন্তব্য প্ৰকাশ কৰি স্কট্ চাহাবক জনালে,—"অসম ৰজাৰ চিঠিৰ পৰা বুজিব পৰা যায় বুঢ়াগোহাঁইক দমাবৰ নিমিত্তে তেওঁক সৈন্য লাগে। কিন্তু ৰজাক সহায় কৰিবৰ নিমিত্তে বৃটিছ গবৰ্ণমেণ্ট কোনোপ্ৰকাৰে চুক্তিবদ্ধ নহয়। অসমত হোৱা ঘটনাৱলী হৈছে ঘৰুৱা বাদ-বিসম্বাদ আৰু প্ৰতিদ্বন্দ্বিতাৰ পৰিণাম, তাৰ পৰা কোম্পানীৰ ৰাজ্যৰ শান্তি ভঙ্গ হোৱাৰ কোনো আশঙ্কা নাই। তুমি চন্দ্ৰকান্তসিংহৰ প্ৰতিনিধিক বুজাই ক'বা যে আমাৰ গবৰ্ণমেণ্টৰ নীতি হৈছে নিজৰ কামত আৱদ্ধ হৈ থকা, পৰৰ ৰাজ্যৰ কথাত হস্তক্ষেপ কৰা আমাৰ নিয়ম নহয়, হস্তক্ষেপৰ পৰা আমাৰ বহুতো সুবিধা হলেও আমি এনে কাম নকৰোঁ। তুমি কৈছা যে প্ৰতিনিধিজন ৰজাৰ ওচৰ-সম্বন্ধীয়া, সেইদেখি তেওঁৰ প্ৰতি ভদ্ৰতা দেখুৱাবা, আৰু অসম ৰাজ্যৰ লগত যে আমাৰ মিত্ৰভাব সেই বিষয়ে আশ্বাস দিবা।" স্কট্ চাহাবে যথানিৰ্দ্দিষ্টমতে বদন বৰফুকনক গৱৰ্ণমেণ্টৰ সিদ্ধান্ত জনালে।

বৃটিছৰ পৰা কোনো সহায় পোৱাৰ আশা নেদেখি বদন-চন্দ্ৰই ৰংপুৰ এৰি কলিকতা অভিমুখে যাত্ৰা কৰিলে।

দিনচেৰেকৰ পাচত স্কট চাহাবে অসমৰ পৰা তিনিখন আৰ্জ্জি পালে ; প্ৰথম দুয়োখন চন্দ্ৰকান্তসিংহৰ পৰা, দুয়োৰে তাৰিখ ২১ নবেম্বৰ ১৮১৫ চন ; আৰু তৃতীয়খন হৈছে পৰশুৰাম ডুবৰীয়া বৰুৱাৰ পৰা, তাৰিখ ৬ ডিচেম্বৰ ১৮১৫।

প্ৰথমখনত চন্দ্ৰকান্তসিংহ স্বৰ্গদেৱে লিখিছিল, "বদনচন্দ্ৰ বৰফুকনক মই এটি দায়িত্বপূৰ্ণ বিষয়ৰ ভাৰ দি গুৱাহাটীত নিযুক্ত কৰিছিলোঁ। কিন্তু সেই বাবৰ কাৰণে অনুপযুক্ত বুলি তেওঁ প্ৰমাণ দেখুৱালে। চাৰি-পাঁচ বছৰৰ খাজনা তেওঁ বৰ্ব্বাদ কৰিলে, আৰু দুষ্ট মানুহৰ বুদ্ধি শুনি ৭ অক্টোবৰ তাৰিখে কাৰ্য্যভাৰ এৰি তেওঁ গুৱাহাটীৰ পৰা পলাই গুচি গৈছে। লগত গৈছে, বৰ্খাস্ত হোৱা চুবেদাৰ উদয়চিং, গোটাচেৰেক চিপাহী, আৰু তেওঁৰ তিনজিনা পুতেক, লগত ৰজাঘৰীয়া সম্পত্তিও কিছু লৈ গৈছে। শুনিবলৈ পাইছোঁ তেওঁ এতিয়া চিলমাৰী নামে ঠাইত আছে। আশা কৰোঁ চাহাবে এইবোৰ কথা গবৰ্ণৰ-জেনেৰেলক জনাব, আৰু বৰফুকনক নিৰ্ভয় দি ধন-সম্পত্তি সহ স্বদেশলৈ উভতিবলৈ উপদেশ দিব।"

দ্বিতীয় চিঠিখনত চন্দ্ৰকান্তসিংহই লিখিছিল,—"তদন্তত প্ৰমাণ পোৱা গল যে উদয়চিং চুবেদাৰৰ ভাতৃ কৃষ্ণৰামে চুৰি কৰাৰ কথা সঁচা। উদয়চিং বৰ্ত্তমানে চিলমাৰীত আছে। চাহাবক অনুৰোধ কৰোঁ যেন উদয়চিঙ্গক ভাতৃয়েৰে সৈতে ইয়ালৈ পঠিয়াই দিয়ে। সি বৰ দুষ্ট মানুহ, বিশ্বাসহীনতাৰ কাৰণে মই তাক কামৰ পৰা বৰ্খাস্ত কৰিছিলোঁ।"

পৰগুৱাম বৰুৱাই লিখিছিল,—"গুৱাহাটীত ছ-জনা ফুকন থাকে। তাৰে বৰজনা ফুকনে ৰজাৰ সকলো কাম-কাজ চলায়। স্বৰ্গদেৱৰ বিনা অনুমতিৰে এইজনা বৰফুকনে উদয়চিং চুবেদাৰৰ পৰামৰ্শমতে গুৱাহাটীৰ পৰা গোপনে পলাই গৈ নিজ এলাকা এৰি কোম্পানীৰ ৰাজ্যত সোমাইছেগৈ। চাহাবক অনুৰোধ কৰোঁ যেন বৰফুকনক নিৰ্ভয় দি ইয়ালৈ পঠিয়াই দিয়ে। তেওঁৰ পূৰ্ব্বৰ শাসনভাৰ তেওঁক ওভোতাই দিয়া যাব; আৰু দোষী বুলি প্ৰমাণিত হলেও সম্পূৰ্ণ ক্ষমা দিয়া যাব।"

ৰংপুৰৰ পৰা গৈ বদনচন্দ্ৰ বৰফুকনে মুৰ্চিদাবাদ জিলাৰ অন্তৰ্গত মীৰপুৰ নামে গাৱঁত আশ্ৰয় লয়গৈ। এনেতে পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ পৰা সঙ্কেত পাই সিদ্ধিগিৰ গোসাঁই নামে জীয়াগ্ৰাম-নিবাসী এজন মাতব্বৰ মানুহে খুনী-ডকাইতৰ সাজ-পাৰ পিন্ধা পঁচিছটা বৰকান্দাজ পঠিয়াই সিহঁতৰ হতুৱাই এদিন নিশা বদনচন্দ্ৰৰ ঘৰৰ পৰা বৰফুকনৰ অলঙ্কাৰ, আৰু অন্যান্য মূল্যবান আৰু লাগতিয়াল বস্তু অপহৰণ কৰায়।

বৰফুকনে হকাবধা কৰাত সিহঁতে ক'লে যে হাকিম চাহাবৰ আজ্ঞা অনুসৰি তেওঁ তুৰন্তে কালকাপুৰলৈ যাব লাগে, ডেৰি কৰিলে তেওঁক বধ কৰিবলৈকো সিহঁত কুণ্ঠিত নহব। সিহঁতে বৰফুকন আৰু উদয়চিঙৰ হাতৰ পৰা তৰোৱাল কাঢ়ি লয়, আৰু দুখন পাল্কীত বৰফুকন, আৰু তেওঁৰ দুজন সৰু পুতেক, আৰু উদয়চিঙক ভৰাই লৈ কালকাপুৰৰ হাকিমৰ তালৈ নিওঁ বুলি ভগবানগোলালৈ লৈ যায়, আৰু সিদ্ধিগিৰ

গোসাঁই এখন গোলাত চাৰিওকে গোটেই বাতিটো খৈ দিয়ে। কৃষ্ণৰাম হাবিলদাৰে ভূমিনিয়া থানাত খবৰ দিয়াত দাৰোগাই চাৰিটা চিপাহী পঠিয়াই বৰকান্দাজইঁতৰ হাতৰ পৰা বৰফুকনক উদ্ধাৰ কৰি পুনৰ মীৰপুৰলৈ ওভোতাই পঠিয়াছে। কিন্তু পাচলৈ গোসাঁইৰে সৈতে ছক্ৰান্ত কৰি দাৰোগাজনে বৰফুকনৰ ঘৰ নজৰ-বন্দীত ৰাখে, আৰু মাজিষ্ট্ৰেটলৈ কোনো খবৰ নপঠিয়ায়। কলিকতালৈ গৈ বৰফুকনে গবৰ্ণৰ-জেনেৰেল চাহাবৰ তাত সকলো কথা বিবৰি এখন দৰখাস্ত দাখিল কৰে।

চন্দ্ৰকান্তসিংহ আৰু পৰশুৰাম বৰুৱাৰ চিঠি, আৰু বদনচন্দ্ৰৰ দৰখাস্ত আলোচনা কৰি ১৮১৬ চনৰ ৩০ মাৰ্চ্চ তাৰিখে গবৰ্ণৰ-জেনেৰেলে স্কট্ চাহাবলৈ এই মৰ্ম্মে চিঠি লিখিলে,—"অসমত ঘটা ঘটনাবোৰ দুটা বিৰোধী দলৰ ষড়-যন্ত্ৰৰ বাহিৰে আন একো নহয়, সেই কাজিয়াত বৃটিছ গবৰ্ণমেণ্টে হস্তক্ষেপ কৰাৰ কোনো প্ৰয়োজন নাই। অনুমান হয় অসম ৰজাৰ নামে যি চিঠি আহিছে সেই বিষয়ে ৰজাই হয়তো একোকে নাজানে।" বদনচন্দ্ৰ বৰফুকনক কোৱা হ'ল যে তেওঁ যদি ইচ্ছা কৰে সিদ্ধিগিৰ গোসাঁইৰ বিৰুদ্ধে মুৰ্চ্চি-দাবাদৰ মাজিষ্ট্ৰেটৰ আগত গোচৰ কজু কৰিব পাৰে; আৰু তেওঁক আশ্বাস দিয়া হল যে কোম্পানীৰ ৰাজ্যত থকা কালত কোনেও তেওঁক ধৰা-বন্ধা কৰিব নোৱাৰিব।

এনে সময়ত, বৰ্ম্মাৰ ৰাজনৈতিক প্ৰতিনিধি এজনৰ লগত বদনচন্দ্ৰৰ চিনা-পৰিচয় হোৱাত তেওঁৰ লগত অমৰাপুৰলৈ গৈ

বৰোয়াফা ৰজাৰ আগত সকলো কথা কৈ বদনচন্দ্ৰই ৰজাৰ পৰা ৬০০০ সৈন্য লৈ অসম প্ৰবেশ কৰে; এই সৈন্যৰ লগত ৮০০০ খাতিকাযৰীয়া জাতিৰ সৈন্যই লগ ধৰি অসমলৈ আহে। বৰফুকন চৰাইদেও পৰ্ব্বত পাওঁ-পাওঁ হওঁতে পূৰ্ণানন্দ বুঢ়াগোহাঁই ডাঙৰীয়াৰ মৃত্যু হয়, তাৰ দুদিনৰ পাচত মানসৈন্য লৈ বদন বৰফুকনে যোৰহাট নগৰত সোমায়। ১৮১৭ চনৰ ১৭ মেই তাৰিখে স্কট্ চাহাবে গবৰ্ণৰ-জেনেৰেললৈ লিখি পঠালে,—"যিজনা বৰফুকনে কেইমাহমানৰ পূৰ্ব্বে অসম ৰজাৰ হৈ আমাৰ ওচৰত সৈন্য খুজি দৰ্খাস্ত দিছিল, তেওঁ সম্প্ৰতি সসৈন্যে অসম সোমাইছেহি। শুনা গৈছে যে স্বৰ্গদেৱক সহায় কৰাৰ কাৰণে তেওঁ মানৰজাৰ কৰতলীয়া হবলৈ গাত লৈছে।"

বদনচন্দ্ৰই মানদেশলৈ গৈ মানৰজাৰ পৰা সৈন্য আনি চন্দ্ৰকান্ত আৰু বৰোয়াফা ৰজাক মিত্ৰতাসূত্ৰে বন্ধাৰ বিষয়ে অসমত থকা মানৰ সেনাপতি মিঙ্গিমাহা তিলোৱাই ১৮২১ চনৰ নবেম্বৰ মাহত স্কট্ চাহাবলৈ লিখিছিল,—

"আমাৰ মহাৰাজে উনপঞ্চাচখন দেশত ধৰ্ম্মৰ বাণী প্ৰচাৰ কৰিব লাগিছে। সকলো শ্ৰেণীৰ মানুহৰ প্ৰতি তেওঁ প্ৰেম আৰু দয়া দেখুৱায়, আৰু ব্যতিক্ৰম নোহোৱাকৈ সকলো জাতিলৈকে, এনেকি প্ৰত্যেকবিধ জন্তুৰ প্ৰতিও আমাৰ মহাৰাজাৰ মমতা অসীম। ভগবানৰ বাণী অন্বয় কৰা কাৰ্য্যত আমাৰ মহাৰাজে অশেষ পৰিশ্ৰম স্বীকাৰ কৰে। এনেহেন মহাৰাজৰ চৰণৰ সোণোৱালী ভলুৱাৰ কাষৰত থিয় হল

গুৱাহাটীৰ প্ৰধান শাসনকৰ্ত্তা গৱাকী। তেওঁ কলে যে অসমৰ ন্যায্য নৃপতি চন্দ্ৰকান্তসিংহৰ সকলো ৰাজ-ক্ষমতা বুঢ়াগোহাঁয়ে অসম্ভ্ৰম কৰি কাঢ়ি লৈ গৈছে। স্বভাৱতে দয়াশীল আমাৰ মহাৰাজে চন্দ্ৰকান্তৰ আধিপত্য ন্যায়সঙ্গত বুলি উপলব্ধি কৰি আৰু তেওঁৰ প্ৰতিনিধিৰ আবেদন চৰিতাৰ্থ কৰিবৰ নিমিত্তে আদেশ দিলে যে চন্দ্ৰকান্তৰ শত্ৰুসমূহক ক্ষমতাচ্যুত কৰিব লাগিব, আৰু ন্যায্য অধিকাৰীক সুদৃঢ়ভাৱে সিংহাসনত বহুৱাব লাগিব। তাৰ উপৰিও, আমাৰ মহাৰাজে বলেৰে কাঢ়ি লোৱা ক্ষমতাক প্ৰশ্ৰয় দিয়াটো সদায় ঘৃণাৰ চকুৰে চায়। মহাৰাজে অনুসন্ধান কৰি জানিব পাৰিলে যে অসমৰ ৰাজ-ক্ষমতাৰ ন্যায্য অধিকাৰী হৈছে চন্দ্ৰকান্তসিংহ। এই আদেশ অনুসৰি মগাং, বামো আৰু মগিং এই তিনি ৰাজ্যৰ ৰজাক, প্ৰত্যেককে পাঁচ-হেজাৰ সৈন্য দি, বুঢ়াগোহাঁইৰ বিৰুদ্ধে পঠোৱা হল। চন্দ্ৰকান্তৰ ৰাজ-ক্ষমতা পুনৰ উভতি আহিল, আৰু তেওঁ সিংহাসনত অধিষ্ঠিত হ'ল। কৃতজ্ঞতাৰ চিনস্বৰূপে চন্দ্ৰকান্তই আমাৰ মহাৰাজাৰ অন্যান্য প্ৰজাৰ দৰে নিজকে তলতীয়া বুলি স্বীকাৰ কৰিলে, আৰু জীয়েকক মহাৰাজলৈ উপহাৰ দিলে ; লগত যৌতুক দিলে,—বণলৈ নিব পৰাকৈ শিক্ষাপোৱা ডুকুৰি হাতী, আৰু বিবিধ দ্ৰব্য-সামগ্ৰী।"

চন্দ্ৰকান্তক সিংহাসনত সুদৃঢ় কৰি মানসৈন্য দেশলৈ উভতি যোৱাৰ পাচত বদনচন্দ্ৰই মন্ত্ৰীফুকন হৈ ৰাজ্য চলাবলৈ ধৰিলে। শ্ৰীনাথৰ সলনি ধনী ৰাজখোৱা বৰবৰুৱা হ'ল, নৰহৰিৰ ঠাইত

হাতকটা নিৰ্ভয়নাৰায়ণ বৰগোহাঁই হল। ১৮১৮ চনৰ আগষ্ট মাহত এওঁলোক দুজনাৰ সৈতে চন্দ্ৰকান্তসিংহই বদনচন্দ্ৰক মাৰিবৰ নিমিত্তে পৰামৰ্শ কৰিলে। মন্ত্ৰীফুকনক হত্যাৰ কামত ৰূপচিং চুবেদাৰ আৰু ৰহমন খাঁ জামাদাৰক নিযুক্ত কৰা হল। এদিনা বদনচন্দ্ৰই নৈৰ পাৰত প্ৰাতঃকৃত্য কৰি থাকোঁতে চুবেদাৰ আৰু জামাদাৰ দুয়ো আহি বদনচন্দ্ৰৰ কাষত থিয় হল। বদনচন্দ্ৰই সুধিলে, "তহঁত ক'ৰ পৰা আহিছ আৰু কলৈ যাব?" সিহঁতে কলে বোলে—"আমি মন্ত্ৰীফুকনক চালাম দিবলৈ আহিছোঁ।" এনে বোলাত বদনচন্দ্ৰই নিসংকোচে গা-মুৰ ধুবলৈ ধৰিলে। এনেতে ৰূপ-চিঙে ডিঙিত তৰোৱালেৰে কোব মাৰিলে, সেই আঘাতত বদনচন্দ্ৰ বাগৰি পৰিল, তাৰ পাচত জামাদাৰৰ আঘাতত বদনচন্দ্ৰৰ মৃত্যু ঘটিল। মৰণৰ পূৰ্ব্বে বদনচন্দ্ৰই ৰজা, দেশ আৰু হত্যাকাৰীৰ প্ৰতি অভিসম্পাতৰ বাণী উচ্চাৰণ কৰিছিল।

সেই ১৯৪৮ চন।



# হাদিৰাচকীৰ পৰা গণপৰিষদলৈ

আজি শুকুৰবাৰ, ইংৰাজী ১৫ আগষ্ট ১৯৪৭ খৃষ্টাব্দ, ২৯ শাওণ ১৮৬৯ শক। আজিৰ পৰা ভাৰতৰ স্বাধীনতাৰ সোণাময় যুগ আৰম্ভ হৈছে। তাৰ লগে-লগে ভাৰতৰ ছত্ৰৰ তলত ভাৰতৰ অবিচ্ছেদ্য অঙ্গহিচাবে অসমেও স্বাধীনতা লাভ কৰিছে। ইয়াৰ মূলত হৈছে ভাৰতীয়সকলৰ স্বাধীনতাৰ কাৰণে দুৰ্জ্জয় অভিলাষ, আৰু তাঁক কাৰ্য্যকৰী কৰি তোলাৰ অৰ্থে অক্লান্ত পৰিশ্ৰম, স্বাৰ্থত্যাগ আৰু অহিংস সংগ্ৰাম। সশস্ত্ৰ সংঘৰ্ষৰ সহায় নোলোৱাকৈ বিজিত জাতিয়ে বিজেতা জাতিৰপৰা স্বাধীনতা লাভ কৰাৰ এই দৃষ্টান্ত জগতৰ বুৰঞ্জীত অভিনৱ।

সিদিনা আছিল ২১ জুন ১৮২২ খৃষ্টাব্দ, পূৰা পাঁচ বাজিবলৈ পাঁচমিনিট সময় মাত্ৰ বাকী। মিঙ্গিমাহা বান্দুলাই উজনি অসম আৰু গুৱাহাটী অধিকাৰ কৰাত অসমৰ স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ মহাৰাজে সসৈন্যে আহি হাদিৰাচকীত থানা পাতি থাকে। তাতে মান-সেনাপতি মিঙ্গিমাহা তিলোৱাই অসমীয়া সৈন্যক পুঁৱতি নিশা আক্ৰমণ কৰে। প্ৰায় তিনি-মিনিটমান সময় দুয়োদলৰে তুমুল সংগ্ৰাম হয়। ব্ৰহ্মপুত্ৰৰ সিপাৰে থকা গোৱালপাৰালৈকে হিলৈৰ গুৰুম্-গুৰুম্ শব্দ শুনা গৈছিল। কিছুপৰ টলকা মাৰি থকাৰ পাচত পুনৰ

গুলিয়াগুলি চলিবলৈ ধৰিলে। তাৰ পাচত সকলো নিমাত, নিস্তব্ধ। এই ৰণত চন্দ্ৰকান্তসিংহৰ পৰাজয় হল, আৰু বৰ্ম্মাসৈন্যই হাদিৰাচকী অধিকাৰ কৰিলে। ১৮২২ চনৰ ২১ জুন তাৰিখেই হৈছে অসমৰ স্বাধীনতাৰ শেষ দিন।

জুন মাহৰ শেষভাগত মিঙ্গিমাহা তিলোৱা অসমৰ শাসনকৰ্ত্তা নিযুক্ত হল। জুলাই মাহত ৰংপুৰৰ মাজিষ্ট্ৰেট ডেভিড্ স্কট চাহাবে গবৰ্ণৰ-জেনেৰেললৈ লিখি পঠালে,— "বৰ্ম্মাসৈন্যই অসমদেশখন সম্পূৰ্ণভাবে দখল কৰিছে, আৰু সেই দেশ শাসনৰ নিমিত্তে বৰ্ম্মা-সেনাপতি এজনক নিযুক্ত কৰিছে। আমি এতিয়া অসমদেশক বৰ্ম্মা-সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত এখন প্ৰদেশ বুলি বিবেচনা কৰিব লাগিব।" মানে ডুংখুঙ্গীয়া ফৈদৰ পুণ্যধৰ কোঁৱৰক যোগেশ্বৰসিংহ নাম দি অসমৰ ৰজা পাতিলে, কিন্তু প্ৰকৃত-প্ৰস্তাৱে অসমৰ ভাগ্যনিয়ন্তা হ'ল মান-সেনাপতি মিঙ্গিমাহা তিলোৱা।

বৰ্ম্মাৰ নৃপতিসকলে বহুদিনৰে পৰা বঙ্গ আক্ৰমণৰ অভিসন্ধি কৰি আছিল, এতিয়া বঙ্গৰ গাতে লগা অসম দেশ দখল কৰাত পুৰণি সংকল্প চৰিতাৰ্থ কৰিবলৈ তেওঁলোকে সুবিধা পালে। অসমত থকা মানসৈন্যই বঙ্গ-সীমান্তৰ গাওঁবোৰত অত্যাচাৰ কৰিবলৈ ধৰিলে, আৰু বৃটিছলৈ দম্ভালিপূৰ্ণ চিঠি লিখি গুপ্ত উদ্দেশ্যৰ সঙ্কেত দিবলৈ ধৰিলে। বৃটিছে ভাবিলে যে মানসৈন্যই গুৱাহাটিত যুদ্ধ-নাৱত উঠি ভটীয়াই গৈ গোৱালপাৰা পাৰ হৈ একেকোবে বঙ্গদেশক

সোমাব পাৰিব, সেইদেখি মানক অসমৰ পৰা খেদোৱাই দিয়ে।

১৮২৪ চনৰ ১৩ মাৰ্চ্চ তাৰিখে বৃটিছ সৈন্যই গোৱালপাৰা এৰি গুৱাহাটীৰ পোনে উজাবলৈ ধৰে। গুৱাহাটীত থকা মানসৈন্যক পৰাস্ত কৰি ২৮ মাৰ্চ্চ তাৰিখে কৰ্ণেল মেকৃমৰিন চাহাবে সেই ঠাই অধিকাৰ কৰে।

গোৱালপাৰা এৰাৰ পাচত বৃটিছে অসমীয়া ভাষাত লিখা এখন ঘোষণাপত্ৰ প্ৰচাৰ কৰিছিল। তাৰ মৰ্ম্ম এই,— "অসমীয়া বাইজ, তোমালোকে ভালকৈ জানা যে আজি কিছুবছৰৰ পূৰ্ব্বে মানে আহি তোমালোকৰ দেশ অধিকাৰ কৰি তাক লণ্ড-ভণ্ড কৰিছে, গো-ব্ৰাহ্মণ স্ত্ৰীক হত্যা কৰিছে, তোমালোকৰ পূজালয় কলুষিত কৰিছে, আৰু সকলো প্ৰকাৰৰ নৃশংস কাণ্ড কৰিছে। তাৰ ফলত তোমালোকৰ ভালেমান মানুহে আমাৰ কোম্পানীৰ ৰাজ্যত আশ্ৰয় লৈছেগৈ। অত্যাচাৰীৰ কবলৰপৰা মুক্ত হবলৈ এতিয়া তোমালোকৰ বাঞ্ছিত সুবিধা আহিছে। সেইদেখি, বৰ্ত্তমান আৰু ভবিষ্যতে কালৈকো ভয় নকৰি তোমালোক আগবাঢ়ি আহা। যি মানে তোমালোকৰ বিলৈ-বিপত্তিৰ সীমা নাইকিয়া কৰিলে সেই মানৰ ওপৰত প্ৰতিশোধ লোৱাত বিমুখ নহবা। দিগ্বিজয়ৰ লালসাত আমি তোমালোকৰ দেশত সোমোৱা নাই। নিজৰ আত্মৰক্ষাৰ বাবে আৰু আমাক অপঘাত কৰিব পৰা সুবিধাৰ পৰা শত্ৰুক বঞ্চিত

কৰিবৰ কাৰণেহে আমি অসমত সোমাবলৈ বাধ্য হৈছোঁ। সেইদেখি তোমালোকে নিশ্চয় জানিবা যে মানসৈন্যক অসমৰপৰা নেখেদাওঁমানে আমি কোনোপ্ৰকাৰে ক্ষান্ত নহওঁ; আৰু সেই দেশত তোমালোকৰ অভাৱ-প্ৰয়োজনৰ অনুকূল আৰু সকলো শ্ৰেণীৰ মানুহৰ মঙ্গল সাধিব পৰা শাসনৰ ব্যৱস্থা নকৰালৈকে আমি এই দেশ এৰি নাযাওঁ।"

গুৱাহাটী লোৱাৰ পিচত উজনি অসমত মানৰে সৈতে কোম্পানীৰ সৈন্যৰ কেবাঠাইতো সংঘৰ্ষ হয়। অৱশেষত ১৮২৫ চনৰ ২৯ জানুৱাৰী তাৰিখে পুৰা কৰ্ণেল ৰিচাৰ্ডচ চাহাবে মানক খেদাই ৰংপুৰ অধিকাৰ কৰে। ইতিমধ্যে মণিপুৰ, কাছাৰ, চট্টগ্ৰাম আৰু মান দেশতো বৃটিছ আৰু বৰ্ম্মাৰ সংঘৰ্ষ হয়। মানৰ পৰাজয় হোৱাত, ১৮২৬ চনৰ ২৪ ফেব্ৰুৱাৰী তাৰিখৰ ইয়াণ্ডাবু সন্ধিসূত্ৰৰ দ্বিতীয় দফা মতে বৰ্ম্মাৰজাই অসম, কাছাৰ, আৰু জয়ন্তাৰ ওপৰত সকলো প্ৰকাৰৰ দাবী প্ৰত্যাহাৰ কৰে, আৰু অসমদেশ আৰু তাৰ অধীনৰ ৰাজ্যসমূহৰ ওপৰত হস্তক্ষেপ নকৰোঁ বুলি প্ৰতিজ্ঞা কৰে।

ইয়াণ্ডাবু সন্ধিসূত্ৰে অসমৰাজ্য বৃটিছৰ অধীনলৈ হস্তান্তৰ হয়। পুৰণা শাসন-পদ্ধতিৰ কিছু নিয়ম ৰাখি কোম্পানীৰ ধৰণেৰে বৃটিছে দেশ-শাসন কৰিবলৈ ধৰিলে। আহোম ৰাজপৰিয়াল আৰু বিষয়াসকলৰ ঘৰ-বাৰী-পথাৰত কাম কৰা পাইক-লিকচৌ গুচাই দিয়া হল। খেনো-খেনোক মাত্ৰ

গোটাচেৰেক লিকচৌ আৰু সামান্য পেঞ্চন দিয়া হৈছিল। কেবছৰমানৰ পাচত সম্ভ্ৰান্ত পৰিয়ালৰ ঘৰত থকা বেটী-বন্দী গোলামকো মুক্তি দিয়া হ'ল। ১৮৩৩ চনত পুৰন্দৰসিংহ স্বৰ্গদেৱ বৃটিছৰ কৰতলীয়া ৰূপে উজনি অসমত ৰজা হৈছিল, কিন্তু পাঁচবছৰৰ মূৰত তেওঁৰ ৰাজ্য পুনৰ বৃটিছৰ খাচ অধীনলৈ আহিল। অসমীয়া ৰাইজে দেখিলে অসমৰ পৰা মানক খেদিবলৈ আহি বৃটিছেই গোটেইখন দেশৰ অধীকাৰী হৈ পৰিছে, আৰু তাৰ লগে-লগে অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ পূৰ্ব্বৰ পয়োভৰ অৱস্থা ম্লান হবলৈ ধৰিছে।

স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ আৰু পুৰন্দৰসিংহ আৰু আগৰ ডা-ডাঙৰীয়াসকলে অসমক পূৰ্ব্বৰ দৰে প্ৰতিষ্ঠিত কৰিবৰ কাৰণে নানান ভাবে দাবী আৰু অনুৰোধ কৰিছিল। বৃটিছে দিয়া উত্তৰৰ মৰ্ম্ম আছিল এই,—"দিগ্বিজয়-সূত্ৰে আমি অসমৰ অধিকাৰী হৈছোঁ, আমি তাক এনেয়ে এৰি যামনে? আমি যেতিয়া মানৰ লগত যুদ্ধ কৰোঁ তেতিয়া তোমালোকে কোনেও আহি আমাক সহায় কৰা নাছিলা, এতিয়া ৰাজ্য ওভোতাই বিচাৰিলে কি হব?"

অসমীয়াই এই ভাগ্য-পৰিবৰ্ত্তনক নিৰ্বিৰোধে মানি লবলৈ অস্বীকাৰ কৰিলে। তেওঁলোকৰ ৰাজনীতিৰ সুপৰিচিত পন্থা আছিল এই,—"দৈবদুৰ্বিপাকত ৰাজ্য পৰাধীন হব পাৰে। কিন্তু যি অসমৰাজ্য চিৰকালেই স্বাধীন আৰু স্বতন্ত্ৰ, তাত যদি বছৰচেৰেক বিদেশীৰ প্ৰভাৱ হয় তাৰ কাৰণে নিকৰ্ম্মা হৈ হাত

সাৰটি বহি থাকিব নেলাগে। যাতে বিদেশীৰ প্ৰভুত্ব গুচাব পাৰি তাৰ নিমিত্তেহে চেষ্টা কৰিব লাগে।" মীৰজুমলাৰ আক্ৰমণৰ পাচত অসমৰ নামনি অংশ মোগলৰ তললৈ গ'ল, আৰু অসম ৰজাই মোগলক পেচকচ কৰ-ভাৰ দিব লগাত পৰিল। এই অৱস্থালৈ চাই জয়ধ্বজসিংহ স্বৰ্গদেৱে কোচবেহাৰৰ ৰজা প্ৰাণনাৰায়ণলৈ লিখিছিল,—"কিন্তু সূৰ্য্যক ৰাহুৱে যদি আগ্ৰহণ কৰি থয় তথাপিতো সূৰ্য্যে কি পুনৰ প্ৰকাশ নকৰে ?" চক্ৰধ্বজসিংহ মহাৰাজেও প্ৰাণনাৰায়নলৈ লিখিছিল,—"মোগলে আমাক এবাৰ পৰাভৱ কৰিছে, সেইবুলি তেওঁলোকৰ অধীনতা গুচাবলৈ আমি চেষ্টা নকৰিমনে ? তেওঁলোকে আমাক এবাৰহে ঘটাইছে কিন্তু আমি তেওঁলোকক যে বাৰেপতি ঘটাইছোঁ সেই বিষয়ে আপুনি বিশেষকৈ জানে।" সম্প্ৰতিকলৈ নানা কাৰণত পৰাধীন হলেও সেই পৰাধীনতাৰ শিকলি দলিয়াই পেলাবলৈ যত্নবান হব লাগিব, এয়ে আছিল অসমীয়াৰ যুগে-যুগে ৰাজনৈতিক নীতি। এনে মনোবৃত্তিধাৰী অসমীয়াই যে বৃটিছৰ শাসনক দলিয়াই পেলাবলৈ অহোপুৰুষাৰ্থ কৰিব সি স্বাভাৱিক।

অসমৰ লুপ্ত স্বাধীনতা পুনৰ উদ্ধাৰৰ পোনপ্ৰথম চেষ্টা কৰিছিল শেন গোহাঁইৰ পুতেক গমধৰ কোঁৱৰে। তেওঁৰ পূৰ্ব্বপুৰুষ আছিল চুচেংফা প্ৰতাপসিংহ স্বৰ্গদেৱৰ পুতেক মেক গোহাঁই। গমধৰ কোঁৱৰে নিজকে স্বৰ্গদেৱ বুলি ঘোষণা কৰিছিল, আৰু ৰাজ-সম্ভ্ৰম দেখুৱাবৰ নিমিত্তে কেকোৰা-দোলা

আবোৱান আদি ৰাজসম্পত্তি ব্যৱহাৰ কৰিছিল ; ৰজাৰ দিনৰ আৰু বৃটিছৰ অধীনৰ বিষয়াসকললৈ চিঠি দি ষড়যন্ত্ৰত যোগ দিবলৈ টানি অনুৰোধ কৰিছিল, আৰু অন্যান্য মানুহকো বৃটিছৰ বিদ্ৰোহী হবলৈ উচটাই ফুৰিছিল, আৰু ইংৰাজৰ হৈ খাজানা তুলি-ফুৰা মানুহক হকাবধা কৰিছিল। গমধৰ কোঁৱৰৰ মুখ্য সহায়কাৰী আছিল কান্দুৰা ডেকাফুকন, ধৰ্ম্মধৰ মন্ত্ৰী, পিয়ালি ওৰফে ধঞ্জয় ভগা-বৰগোহাঁই আৰু তেওঁৰ পুতেক হৰনাথ। বহুত মানুহে অস্ত্ৰ-শস্ত্ৰ লৈ গমধৰ কোঁৱৰৰ লগ লৈছিল। কিন্তু এই বিদ্ৰোহৰ আয়োজনৰ বিষয়ে বৃটিছে কেনেবাকৈ গম পালে। ১৮২৮ চনৰ ২৯ অক্টোবৰ তাৰিখে লেফ্‌টেনেণ্ট কথাৰফোৰ্ড চাহাবে গমধৰ কোঁৱৰৰ সৈন্যক আক্ৰমণ কৰি ঘটুৱায়। বাৰদিনৰ মূৰত কোঁৱৰে নিজে আহি যোৰহাটত আত্মসমৰ্পণ কৰে। পোনপ্ৰথমে যোৰহাটৰ পঞ্চায়তে এই ষড়যন্ত্ৰৰ বিচাৰ কৰে, বিচাৰৰ কাগজ-পত্ৰ চাই অসমৰ কমিচনাৰ ডেভিড স্কট্ চাহাবে সাতবছৰৰ কাৰণে গমধৰ কোঁৱৰক নিৰ্ব্বাসন দণ্ড দিয়ে, আৰু অন্যান্য অপৰাধীকো যথাযথ শাস্তি দিয়ে। হৰনাথৰ বিৰুদ্ধে প্ৰমাণ নোপোৱাত তেওঁক খালাচ দিয়া হয়।

এই হৰনাথ কিন্তু বহিথকা বিধৰ মানুহ নাছিল। উক্ত ষড়যন্ত্ৰৰ অপৰাধী কেইজন ফাটেকত থকা অৱস্থাত তেওঁলোকক হৰনাথে পলুৱাই আনে, আৰু কিছুমান নতুন মানুহ লগলৈ আনি বৃটিছৰ বিৰুদ্ধে পুনৰ ষড়যন্ত্ৰ কৰে। এই

ষড়যন্ত্ৰৰ নেতা আছিল বদনচন্দ্ৰ বৰফুকনৰ পুতেক পিয়ালি বা পোৱালী বৰফুকন, আৰু কেদেলাৰ পুতেক আৰু ধনঞ্জয় বুঢ়াগোহাঁইৰ জোঁৱায়েক জীউৰাম দুলীয়া বৰুৱা। এওঁলোকে ঠিক কৰিলে যে ১৮৩০ চনৰ ২৫ মাৰ্চ্চ তাৰিখমানে ৰংপুৰৰ চিপাহীৰ চাউনিত জুই দি চিপাহীক আক্ৰমণ কৰিব, আৰু তাৰ পাচত ৰাজ্য-দখলৰ যি ব্যৱস্থা হয় সকলো কৰিব।

এই উদ্দেশ্যমতে যথাবিধি আয়োজন চলিবলৈ ধৰিলে। তেওঁলোকৰ কেন্দ্ৰস্থান হল মটক ৰাজ্যৰ অন্তৰ্গত তেজীনামৰূপ নামে ঠাই। পিয়ালি বৰফুকনৰ উদগনিত মটকৰ বৰসেনাপতিৰ দ্বিতীয় পুতেকেও এই ষড়যন্ত্ৰত যোগ দিয়ে, আৰু বৰসেনাপতিৰ বিৰোধী দলৰ কিছুমান মানুহক লগলৈ আনে। বিদ্ৰোহত যোগ দিবৰ কাৰণে পিয়ালি বৰফুকন আৰু পিয়ালি বৰগোহাঁয়ে মোৱামৰীয়া, খামটি, নগা, গাৰো, খাছিয়া, জয়ন্তা, মণিপুৰ আৰু ডফলাৰ অধিপতিসকললৈকো চিঠি দিয়ে। তেনে এখন চিঠি শদিয়াখোৱা গোহাঁয়ে পাই উজনি অসমৰ শাসনকৰ্ত্তা নিউভিল বা নবীন চাহাবক সমৰ্পণ কৰে। চাহাবে ২৩ ফেব্ৰুৱাৰী তাৰিখে পত্ৰবাহক হৰনাথক শদিয়াত গ্ৰেপ্তাৰ কৰে।

ৰংপুৰত থকা চিপাহীক হঠাতে আক্ৰমণ কৰিবৰ মনেৰে পিয়ালি বৰগোহাঁয়ে দেওপুজা পাতি সসৈন্যে যাত্ৰা কৰে। এওঁলোকৰ লগত পিয়ালি বৰফুকন যোৱা নাছিল। চিপাহীৰ চাউনি পুৰি ধ্বংস কৰা হল, কিন্তু চিপাহীক আক্ৰমণ কৰিব

নোৱাৰি পিয়ালি বৰগোহাঁয়ে দলে-বলে গেলেকিলৈ উভতি আহিল, তাতে কোম্পানীৰ দাৰোগাই পাই সকলোকে গ্ৰেপ্তাৰ কৰিলে। পিয়ালি বৰফুকনকো-সশস্ত্ৰ অৱস্থাত বন্দী কৰা হল।

এই ষড়যন্ত্ৰৰ প্ৰথম বিচাৰ হয় নিউভিল চাহাবৰ আদালতত। তাত বিচাৰক আছিল এজন অসমীয়া বৰগোহাঁই আৰু এজন বৰবৰুৱা। এই বিচাৰত প্ৰমাণ পোৱা গল যে গদাধৰ কোঁৱৰৰ ষড়যন্ত্ৰতো পিয়ালি বৰফুকন সংশ্লিষ্ট আছিল। বিচাৰত প্ৰধান দোষী সাব্যস্ত হল,—পিয়ালি বৰফুকন, জীউৰাম ঢুলীয়া বৰুয়া, ৰূপচান্দ কোঁৱৰ, দেওৰাম দিহিঙ্গীয়া ডেকা, বৌম চিংফৌ আৰু হৰনাথ। আদালতে হুকুম দিলে যে উক্ত ছ-জন অপৰাধীক "অসমৰ দস্তুৰ আৰু বৃটিছৰ আইন" অনুসৰি ফাঁচী দিব লাগে। ১৮৩০ চনৰ ৬ আগষ্ট তাৰিখে অসমৰ কমিচনাৰ ডেভিড্ স্কট চাহাবৰ চেৰাপুঞ্জী আদালতত এই ষড়যন্ত্ৰৰ চূড়ান্ত বিচাৰ হল। তাত এই শাস্তিবিধান কৰা হল,—পিয়ালি বৰফুকন আৰু জীউৰাম ঢুলীয়া বৰুৱাৰ মৃত্যুদণ্ড; বৌম চিংফৌ, ৰূপচান্দ কোঁৱৰ, দেওৰাম দিহিঙ্গীয়া ডেকা আৰু হৰনাথ, এওঁলোকৰ প্ৰত্যেকৰে চৈধ্যবছৰলৈ নিৰ্ব্বাসন-দণ্ড; আৰু প্ৰথম পাঁচজন অপৰাধীৰ সকলো সম্পত্তি বাজেয়াপ্তি।

প্ৰায় তেনে সময়তে ধতুৰা গোহাঁইৰ পুতেক গদাধৰ গোহাঁয়ে কোম্পানীৰ চিপাহীক হাত কৰি উজনিত থকা চাহাব

কেইজনক হত্যা কৰি অসমত পুৰণি আহোম ছাপনৰ আয়োজন কৰিছিল। তেওঁ সেই অৰ্থে প্ৰত্যেক চিপাহীক মাহে ষোল টকাকৈ দৰমহা দিম বুলি প্ৰতিশ্ৰুতি দিছিল। ১৮২১ কি ১৮২২ চনত অসম ৰজাই নিজৰ সম্বন্ধীয়া তবাৰতী আইদেউ নামে এগৰাকী গাভৰুক মানৰজা বাগ্যীদোৱালৈ উপহাৰ পঠিয়ায়, লগত যায় ধতুৰা গোহাঁই আৰু তেওঁৰ পুতেক গদাধৰ। মানৰজাৰ ওপৰত এইগৰাকী কুঁৱৰীয়ে যথেষ্ট প্ৰভুত্ব বিস্তাৰ কৰে। ধতুৰা গোহাঁই মানদেশৰ এখণ্ড ৰাজ্যৰ শাসনকৰ্ত্তা পদত অধিষ্ঠিত হয়। কুঁৱৰীৰ অনুৰোধ মতে মান-ৰজাই বৰ্ম্মাৰ সীমান্তত থকা কিছুমান পৰ্ব্বতীয়া জাতিৰ দ্বাৰা অসম আক্ৰমণৰ ব্যবস্থা কৰালে। তাৰে অগ্ৰদূত হিচাবে ধতুৰা গোহাঁয়ে শদিয়াৰ সীমান্তত খামটি বাপুৰ পোছাক পিন্ধি সকলো আলেখলেখ চাবলৈ ধৰিলে। কিন্তু ষড়যন্ত্ৰৰ কামত ভালকৈ আগবাঢ়িবলৈ নৌপাওঁতেই শদিয়াত থকা কোম্পানীৰ সৈন্যৰ চুবেদাৰ জেলিম চিঙে গদাধৰ কোঁৱৰক গ্ৰেপ্তাৰ কৰে।

ওপৰোক্ত ঘটনাবলীৰ পৰা ইংৰাজে ভালকৈ বুজি পালে অসমীয়াসকল বিদেশীৰ শাসনত সহজে সৈমান হোৱাটো আশা কৰিব নোৱাৰি।

ডেভিড্ স্কট চাহাবে ১৮২৯ চনৰ মাৰ্চ্চ মাহত সকলো কথা গমি-পিতি চাই গৱৰ্ণৰ-জেনেৰেললৈ লিখিলে,— "উজনি অসমৰ প্ৰজাবৃন্দ আমাৰ শাসনৰ প্ৰতি

অনুৰক্ত হ'ব বুলি কেতিয়াও আশা কৰিব নোৱাৰি। আৰু এনেহে সম্ভাৱনা হয় যে অসমৰ সম্ভ্ৰান্ত পুৰুষসকলে নিজৰ দেশৰ এজনক ৰজা পাতি পূৰ্ব্বৰ ধৰণে শাসন চলাবলৈ সদায় অভিলাষ কৰিব আৰু তাৰ অৰ্থে যথাবিধি কাৰ্য্য কৰিবলৈ চেষ্টান্বিত হ'ব।" মৃত্যুৰ তিনিমাহৰ পূৰ্ব্বে, অৰ্থাৎ ১৮৩১ চনৰ সেই মাহত, ডেভিড্ স্কট চাহাবে পুনৰ লিখিলে,—"অসমত এজন অসমীয়া কোঁৱৰক সিংহাসনত বহুৱাব লাগিব, তেনে কৰিলেহে সকলো বিদ্ৰোহ-চক্ৰান্তৰ অন্ত পৰিব। অসমৰ প্ৰাচীন ৰাজবংশ আজি নগণ্য অৱস্থাত পৰিণত হৈছে, ডাঙৰীয়া আৰু বিষয়াসকলৰ অৱস্থাও অতি শোচনীয়, দেশীয় ধৰ্ম্ম অনাদৃত হৈছে, আৰু সাধাৰণৰ প্ৰশংসনীয় ৰাজদ্ৰোহ অপৰাধৰ নিমিত্তে ঘনাই মৃত্যুদণ্ড দিব লগাত আমি ৰাইজৰ অভিসম্পাত লাভ কৰিছোঁ। এই প্ৰজা-বিদ্বেষৰ পৰা মুক্তি পাবলৈ হলে অসমত এজন স্বাধীন ৰজা পতাটো নিতান্ত বাঞ্ছনীয়।"

স্কট চাহাবৰ প্ৰস্তাৱ অনুসৰি বৃটিছ গৱৰ্ণমেণ্টে কৰতলীয়া হিচাবে পুৰন্দৰসিংহক অসমৰ উজনি-খণ্ডৰ শাসনভাৰ দিবলৈ মনস্থ কৰিলে। অসমীয়াই ডাৱৰৰ মাজত পুনৰ স্বাধীনতাৰ ক্ষীণ ৰেখা দেখিবলৈ ধৰিলে, আৰু তেওঁলোকৰ পাঁচ-বছৰীয়া স্বাধীনতা-সংগ্ৰামৰ সুফল ধৰাত নিজকে কৃতাৰ্থ মানিলে। কিন্তু পুৰন্দৰসিংহ মহাৰাজে নিয়মমতে কৰ লোধাব নোৱাৰাত ১৮৩৮ চনত তেওঁৰপৰা উজনি অসম পুনৰ বৃটিছৰ হাতলৈ

অনা হ'ল। কৰ সোধাব নোৱাৰাৰ বাবে পুৰন্দৰসিংহৰ গাত সম্পূৰ্ণ দোষ নাছিল, কাৰণ ভগা-ৰাজ্য বাঁটি লওঁতে তেওঁৰ তুৰ্জ্জয় পৰিশ্ৰম হৈছিল। অসমীয়া মানুহে নগদ টকাৰে খাজানা দিয়াতকৈ গাৰে খাটি দিয়া নিয়মটো বেচি ভাল পাইছিল। এইটো সকলোৱে স্বীকাৰ কৰিছে যে পুৰন্দৰসিংহ স্বৰ্গদেৱে ৰাজ্যত ভালমতে থিত হবলৈ নৌ-পাওঁতেই তেওঁৰ পৰা ৰাজ্য কাঢ়ি নিয়া হ'ল।

সামান্য ত্ৰুটিত ৰাজ্য হেৰুৱাৰ লগাত পুৰন্দৰসিংহ স্বৰ্গ-দেৱ বিষম ক্ষুণ্ণ হ'ল। কোম্পানীৰ পৰা তেওঁক মাহে এ-হেজাৰ টকা বানচ দিয়াৰ ঠিক হৈছিল, বৃটিছৰ ওপৰত অসন্তোষ প্ৰকাশ কৰি ৰজাই তাক গ্ৰহণ নকৰিছিল। ১৮৪৬ চনত মহাৰাজ পুৰন্দৰসিংহৰ, আৰু ১৮৫২ চনত তেওঁৰ পুতেক যুৱৰাজ কামেশ্বৰসিংহৰ মৃত্যু হয়। তেতিয়াৰেপৰা কামেশ্বৰ-সিংহৰ বাৰ-বছৰীয়া পুতেক কন্দৰ্পেশ্বৰসিংহ আহোম ৰাজ-পৰিয়ালৰ প্ৰতিনিধি বুলি পৰিগণিত হবলৈ ধৰিলে। ইপিনে ১৮৩৯ চনত চন্দ্ৰকান্তসিংহৰ মৃত্যু হোৱাত তেওঁৰ পুতেক ঘনকান্তসিংহই যুৱৰাজ মৰ্য্যাদা লাভ কৰে।

অসমৰ সম্ভ্ৰান্ত পৰিয়ালবৰ্গই অসমৰ স্বাধীনতা পুনৰ উদ্ধাৰৰ চেষ্টা তেতিয়ালৈকে এৰা নাছিল। সেই সময়ত অসমীয়াৰ অতীত আৰু বৰ্ত্তমানৰ অৱস্থা ভালকৈ বুজি পোৱা বিচক্ষণ বুদ্ধিমন্ত পুৰুষ আছিল মণিৰাম দত্ত দেৱান বৰভাণ্ডাৰ বৰুৱা। ১৮৫৩ চনত ঘনকান্ত যুৱৰাজৰ তৰফে অসমৰ ৰাজ্যভাৰ

ওভোতাই পাবলৈ মণিৰাম দেৱানে বৃটিছৰ ওচৰত আবেদন কৰে, আৰু তাৰ লগতে এজনা "মন্ত্ৰী-চাহাবক" অসমৰ শাসনকৰ্ত্তা পাতি অসমৰ স্বায়ত্ত-শাসনৰো প্ৰস্তাব দিয়ে। কিন্তু এই দুই চেষ্টাত বিফলমনোৰথ হৈ যুৱৰাজ কন্দৰ্পেশ্বৰ-সিংহৰ ভৰফে দৰখাস্ত দিবৰ কাৰণে মণিৰাম দেৱান কলিকতা পায়গৈ। সেই সময়ত চিপাহী বিদ্ৰোহৰ জুই ভাৰতময় জ্বলি উঠে। এই ছেগতে উজনিৰ স্বাধীনচেতা কিছুমান ভাঙৰীয়া আৰু বিষয়াই বৃটিছৰ ক্ষমতা নষ্ট কৰি যুৱৰাজ কন্দৰ্পেশ্বৰসিংহক আহোম সিংহাসনত বহুৱাবলৈ চেষ্টা কৰে। এই চেষ্টাত মণিৰাম দেৱানে সহযোগিতা ৰাখি কলিকতাৰ পৰা উদগনিপূৰ্ণ চিঠি দিয়া অপৰাধত দেৱানক কলিকতাতে বন্দী কৰি অসমলৈ আনি বিচাৰত দোষী পাই ফাঁচী দিয়া হয়। দেৱানৰ লগত ফাঁচী যায় ৰমেন্দ্ৰ পৰিয়ালৰ পিয়ালি বা মহেশ্বৰ শৰ্ম্মা-বৰুৱা।

১৮২৮ চনৰ পৰা ১৮৫৮ চনলৈকে এই ডেৰ-কুৰি বছৰ অসমীয়াই অস্ত্ৰেৰে হওক দৰখাস্তৰে হওক সকলোপ্ৰকাৰে স্বাধীনতা উদ্ধাৰৰ চেষ্টা কৰিছিল। মানৰ অত্যাচাৰৰ পাচত বৃটিছে অসমত শান্তি স্থাপন কৰাৰ নিমিত্তে অসমীয়া ৰাইজ বৃটিছৰ প্ৰতি কৃতজ্ঞ আছিল। কিন্তু শান্তি-শাসনৰ হুতাহুত স্বাধীনতাক জলাঞ্জলি দিব নোৱাৰি। অসমীয়াই পৰৰ শাসন হেজাৰেকি মঙ্গলদায়ক হওক তাক গ্ৰহণ কৰিবলৈ কেতিয়াও সন্মত হব নোৱাৰিছিল। স্বৰ্গদেৱ চন্দ্ৰকান্তসিংহ

মহাৰাজে এবাৰ কৈছিল,—“বিদেশীৰ অধীনত থকাতকৈ মৰণেহে যুগুত।” স্বৰ্গদেৱৰ বাক্য হৈছে অসমীয়াৰ অন্তৰ্নিহিত অপৰাজেয় স্বাধীনতা-প্ৰেমৰ ভাষাময়ী প্ৰতিমা মাথোন।

মণিৰাম দেৱানৰ ফাঁচীৰ পাচত অসমীয়াই স্বাধীনতা অৰ্জ্জনৰ কাৰণে সম্মিলিত চেষ্টা কৰাৰ কোনো সম্ভেদ পোৱা নাযায়। স্বাধীনতাৰ সোৱাদ পোৱা “পিতৃ-বুঢ়াগোহাঁইৰ দিনৰ” চেঙ্গা তেজৰ মানুহবোৰ এটি-এটিকৈ নাইকিয়া হবলৈ ধৰিলে। অসমত বিদেশীৰ দুৰ্জ্জয় হেচা, এনেকি অসমীয়া ভাষাৰ অস্তিত্বলৈয়ো টনা-আজোৰা, অসমীয়াই নিজৰ অৱস্থা টলকি চাবলৈকে ভালেখিনি বছৰ লাগিল। তথাপি ১৮৬১ চনত আফু-খেতি বদ কৰাৰ কাৰণে নগাওঁ জিলাৰ ফুলগুৰি অঞ্চলৰ প্ৰজাবৃন্দই গবৰ্ণমেণ্টৰ বিৰুদ্ধে অস্ত্ৰ লৈ থিয় হৈছিল; সেই বিদ্ৰোহক নগঞা মানুহে আজিলৈকে “ফুলগুৰিৰ ধেৱা” বুলি আখ্যা দিয়ে। তাৰ পাচত ১৮৬৯ চনত বৰপেটাত বিদ্ৰোহী প্ৰজাৰ লগত পুলিচৰ সংঘৰ্ষ হয়। ১৮৯৩ চনত মাটিৰ খাজানা বঢ়োৱাৰ নিমিত্তে ৰঙ্গিয়া, বৰপেটা, দৰং আদি ঠাইৰ পাৰ্ৱলীয়া প্ৰজাই বিদ্ৰোহৰ সূত্ৰপাত কৰে। এই কালত যিসকল অসমীয়া নেতাৰ আৱিৰ্ভাৱ হৈছিল তেওঁলোকৰ সকলো চেষ্টা ন্যস্ত হৈছিল অসমীয়া ভাষাৰ, প্ৰকাৰান্তৰে অসমীয়া জাতিৰ অস্তিত্ব ৰক্ষা কৰাৰ প্ৰযত্নত।

কিন্তু মহামানৱ মহাত্মা গান্ধীৰ অধিনায়কত্বত যেতিয়া সমৌ ভাৰতত স্বাধীনতাৰ কাৰণে অহিংস সংগ্ৰাম আৰম্ভ

হল অসমীয়াই তেতিয়া আত্মাৰত পোহৰ দেখাৰ দৰে ভাৰতীয় মুক্তি-যুদ্ধত নিজকে পূৰ্ণাহুতি দিলে। ভাৰতীয়ৰ সমবেত চেষ্টাত, কৰলৈ গলে এটি প্ৰাণী হানি নোহোৱাকৈ, আজি ভাৰতৰ চুকে-কোণে গিৰিয়ে-ভৈয়ামে সকলো ঠাইতে স্বাধীনতাৰ ত্ৰিবৰ্ণ পতাকা উৰিবলৈ ধৰিছে; আৰু এই অভ্যুদয়-সম্মানৰ যথাযোগ্য অংশ পাইছে অসমবাসীয়েও। আজিৰ অসম স্বাধীন ভাৰতৰ অন্তৰ্গত এখন স্বাধীন প্ৰদেশ। ভাৰতৰ স্বাধীনতা-সংগ্ৰামত অসমীয়াৰ অংশ লেখত লব-লগীয়া। আজি অসমক অচিনাকি পিচপৰা দেশ বুলি কোনেও সংজ্ঞা দিব নোৱাৰে। স্বাধীনতাৰ কাৰণে অসমীয়া ডেকা-গাভৰু, বুঢ়া-মেথা সকলোৱে যে সৰ্ব্বস্বাৰ্থ বিসৰ্জ্জন দিব পাৰে তাক সকলো দেশৰ মানুহে ভালকৈ বুজিব পাৰিছে। আজিৰ অসম বোকাই-গোবৰে লেটি-পেটি হৈ থকা চোতাল-কুঁৱৰী নহয়, আজিৰ অসম ছত্ৰ-আৰোৱানৰ তলত সিংহাসনত অধিষ্ঠিতা সৰ্ব্ববৰেণ্যা মহাদৈ পটেশ্বৰী।

স্বাধীনতা-স্পৃহা অসমীয়া জাতিৰ হাড়ে-মগজুৱে লগা। অসমীয়াক বাহিৰৰ পৰা দেখিলে নিশ্চেষ্ট স্পন্দনবিহীন যেন লাগে সঁচা, কিন্তু সেই নিৰ্ব্বিকাৰ সুশীতল মুখচ্ছবিৰ তলত লুকাই আছে এখনি বিক্ৰমী হিয়া, দেশৰ মৰ্য্যাদা ৰক্ষাৰ কাৰণে দুৰন্ত অভিলাষ আৰু অন্যায়ৰ প্ৰতিষেধক সুদৃঢ় প্ৰতিজ্ঞা। যেতিয়াই প্ৰজাৰ ওপৰত অত্যাচাৰ-উৎপীড়ন হৈছে, যেতিয়াই হাতৰ মুঠিৰ পৰা স্বাধীনতা সৰকোঁ-সৰকোঁ

হৈছে, তেতিয়াই অসমীয়াই নির্ভয়চিত্তে বীৰৰ দৰে খিয় হৈ কৈছে,—"এই সোণৰ সঁফুৰা অসমভূমিক আমি পৰমুখাপেক্ষী হবলৈ দিমনে। আমাৰ দেশত নিৰীহ প্ৰজাৰ ওপৰত অন্যায়-উৎপীড়ন হবলৈ নিদিওঁ।" এই মনোবৃত্তিৰ প্ৰমাণ বুৰঞ্জীৰ পাতে-পাতে পোৱা যায়।

খোৰাৰজাৰ দিনত কোচৰ লগত যুদ্ধত হাৰি স্বৰ্গদেৱে তিনিজনা গোহাঁইৰ পুতেকক কোচ দেশলৈ ওল-স্বৰূপে পঠাবলৈ প্ৰস্তাব কৰিলে। ইয়াৰ প্ৰতিবাদত বৰগোহাঁইৰ ভাৰ্য্যাই ৰাজসভাৰ পৰা নিজৰ পুতেকক কাঢ়ি লৈ গ'ল, বোলে, "তোমালোক যে কোচৰ যুদ্ধত হাৰিলা তোমালোক কিহৰ ডাঙৰীয়া? তোমালোকৰ যুদ্ধৰ সাজ মোক দিয়া, মই যুজি চাওঁ, তেতিয়া তোমালোকে গম পাবা মই তিৰো-তানে মতা! দিখৌ নৈ ওভোতাই বোৱাব পাৰিলেহে মোৰ পোক কোচলৈ দিব পাৰিবা।"

চুৰম্ফা জয়াদিত্য ভগাৰজাৰ কুঁৱৰীয়ে তোলনীয়া পো এটা মৰাত তেওঁৰ লগত ডাঙৰীয়া অৰু ফুকনসকলৰ লৰাক মৈদামত থবলৈ মন কৰিলে। তাতে ডাঙৰীয়াসকলে দুখ কৰি বোলে,—"বুপা-পুথাওৰ দিনত এনে কথা হোৱা নাই। এতিয়া হবলৈ কেলৈ দিম, কাকো গুদায়ে নেৰোঁ।" এই বুলি ডাঙৰীয়াসকলে চুৰম্ফা ৰজাক ভাঙ্গি ভায়েক ঠাকুৰা গোহাঁইক ৰজা পাতিলে। ভগাৰজাৰ অপৰাধ আছিল যে তেওঁ কুঁৱৰীৰ অন্যায় প্ৰস্তাৱক সমৰ্থন কৰিছিল।

এই ঠামুৱা গোহাঁই বা নৰিয়া ৰজাৰ পুতেক কুকুৰেখোৱা গোহাঁয়ে মানুহৰ ওপৰত অত্যাচাৰ কৰি ফুৰিছিল। গৰ্ভৱতী স্ত্ৰীক দেখিলে ধৰি আনি কুকুৰৰ হতুৱাই গৰ্ভ ফলাই লবা চাইছিল, অন্য স্ত্ৰীক ধৰি আনি জাতি ভ্ৰষ্ট কৰিছিল। দঁতুৱা মানুহ দেখিলে কটাৰিৰ নাল দিব লাগে বুলি দাঁত কাটি লৈছিল, অন্য তিৰোতাৰ দেহৰ অংশ কাটি নি নিজৰ তিৰোতাক দিছিল, ফুকনবোৰৰ দোলাত কুকুৰ তুলি পছ মাৰিবলৈ গৈছিল, আৰু ফুকনবোৰে সাঁজ খাবলৈ গলে চৰাইলৈ বুলি গালৈ বাটলুগুটি মাৰিছিল। এই অত্যাচাৰ সহিব নোৱাৰি ডাঙৰীয়া-বিষয়াসকলে নৰিয়া ৰজাক সিংহাসনৰ পৰা গুচালে, আৰু কুকুৰেখোৱা গোহাঁইক বিচাৰি উলিয়াই আনি মাক-পুতেক দুয়োকো ৰাজহাটত মাৰি মাকৰ বুকুত পুতেকক দি পুতি থলেনি।

মীৰজুমলা নবাবে অসম আক্ৰমণ কৰাৰ সময়ত জয়ধ্বজ-সিংহ স্বৰ্গদেৱ গড়গাওঁৰ পৰা পলাই নামৰূপত আশ্ৰয় ললেগৈ। বাটত যাওঁতে দলৌগুৰিৰ আলিত পোহাৰিয়ে ৰজাক ধিকাৰ দি কৈছিল,—"স্বৰ্গদেৱ, তুমি ৰং-আনন্দতহে মন দিলা। এই পোন্ধৰ বছৰে যদি দিব লগা ঠাইত পোন্ধৰ চপৰা মাটি দিলাহেঁতেন তোমাৰ কিয় এনে অৱস্থা হব? আমাক ক'ত এৰি যোৱা?" বিলাস-বিভ্ৰান্ত ৰজাৰ ৰাজ্য-ৰক্ষাৰ ব্যৱস্থাৰ প্ৰতি উদাসীনতাৰ তীব্ৰ সমালোচনা কৰিবলৈ আৰু ৰজাৰ কাৰ্য্যত অনাস্থা ব্যক্ত কৰিবলৈ অসমীয়া পোহাৰীয়েও ভালকৈ জানিছিল।

বিদেশীয়ে আহি অসমত টিঘিল-ঘিলাই অসমীয়াৰ ওপৰত আধিপত্য কৰি ফুৰিব তাক আমাৰ মানুহে সমূলি সহিব নোৱা বিছিল। উদয়াদিত্যসিংহ স্বৰ্গদেৱৰ দিনত পৰমানন্দ নামে এজন বৃন্দাবন-গকুলপুৰৰ সন্ন্যাসীয়ে ৰজাৰ ওপৰত বিশেষ প্ৰভাৱ বিস্তাৰ কৰে। ৰজাই সন্ন্যাসীৰ কথাত মুগ্ধ হৈ অসমৰ বৈষ্ণৱ-মহন্ত জনচেৰেকক সন্ন্যাসীৰ শিষ্য কৰাবৰ নিমিত্তে ধৰি আনি বন্দী কৰি থলে। ৰজাঘৰত বিদেশীৰ এনে প্ৰভুত্ব দেখি মকাজান মহন্তৰ সেৱক ডেবেৰা হাজৰিকাই উদয়াদিত্যসিংহক ৰজা ভাঙ্গি ভায়েক ৰামধ্বজসিংহক ৰজা পাতিলে, আৰু উদয়াদিত্যক বধ কৰি সন্ন্যাসীকো মাৰি শটো পানীত ভুৱ বান্ধি উটুৱাই দিলে।

পাচলৈ ডেবেৰাই বৰবৰুৱাৰ পদ পাই ভালেমান কোঁৱৰ আৰু বিষয়াক হত্যা কৰিলে, আৰু স্ব-ইচ্ছাৰে ৰজা আৰু বিষয়া ভঙ্গা-পতা কৰিবলৈ ধৰিলে। এই কথা শুনি গুৱাহটীয়া বিষয়াসকলে উজনিলৈ গৈ ডেবেৰা আৰু তেওঁৰ লগৰ মানুহক ধৰি বধ কৰি সুশাসনৰ প্ৰবৰ্ত্তন কৰিলে।

ইয়াৰ বছৰচেৰেকৰ পাচত গুৱাহাটীত লালুকসোলা বৰফুকনে বিনাযুদ্ধে গুৱাহাটী-কামৰূপ ৰাজ্য মোগলক এৰি দিলে, আৰু পৰ্ব্বতীয়া ৰজা, আতন বুঢ়াগোহাঁই আৰু জয়মতী কুঁৱৰীক হত্যা কৰি নিজে অসম-ৰাজ্যৰ স্বয়ম্ভূ-ঈশ্বৰ হোৱাদি হল। লালুকৰ উৎপীড়ন চৰি অহাত নগঞা খৰঙ্গিৰ ভোটাই ডেকা শইকীয়াই কিছুমান মানুহৰে মিলি লালুক বৰফুকনক

বাতি ঘৰতে খুচি মাৰিলে। তাৰ পাচত ডাঙৰীয়াসকলে আলচ কৰিলে বোলে,—"অসামৰ্থ ৰজায়ে ৰাজ্য ৰক্ষা কৰিব কেনেকৈ?" এই বুলি লৰাৰজাক ৰজা গুচাই বাহুবলী কোঁৱৰ গদাপাণিক সিংহাসনত বহুৱালে।

বৰুতিয়াল আহোমৰ ঘৰত ৰূপচন্দ্ৰই সৰ্ব্বপ্ৰথমে বৰবৰুৱাৰ পদ লাভ কৰে। ৰূপচন্দ্ৰৰ পুতেক কীৰ্ত্তিচন্দ্ৰৰ কাৰ্য্যাৱলীত প্ৰজা আৰু বিষয়াসকল অসন্তুষ্ট হৈছিল। কিছুমান বিষয়াই মানুহ কেতাই কীৰ্ত্তিচন্দ্ৰক মাৰিবৰ নিমিত্তে চেষ্টা কৰিছিল। মৰাণৰ ৰাঘ নেওগক চমটাবে কোবোৱাৰ খঙত মৰাণে কীৰ্ত্তিচন্দ্ৰক বন্দী কৰি মচচা শালত দি মাৰিলে। এনেকি মৰাণে মাহ-চেৰেকৰ কাৰণে আহোম সিংহাসনো অধিকাৰ কৰে। ইয়াৰ গুৰিত আছিল মায়ামৰা মহন্তই ৰজাৰ ঘৰত আৰু কীৰ্ত্তিচন্দ্ৰৰ হাতত পোৱা অপমানৰ প্ৰতিকাৰ সাধনৰ চেষ্টা।

লক্ষ্মীসিংহ ৰজাৰ দিনত কেকেৰু কলিতাফুকন এজন বৰ পৰাক্ৰমী বিষয়া হৈছিল, এনেকি কৌটিকলীয়া আহোম বংশৰ বুঢ়াগোহাঁই বৰগোহাঁইকো অপমান কৰিবলৈ তেওঁ কুণ্ঠা বোধ নকৰিছিল। ডাঙৰীয়াসকলে ৰজাক লগালে বোলে,—"এই কলিতা মহা বেশ্যা, মদপী, ই স্বৰ্গদেৱক পৰ্শিব নাপায়।" ফুকনৰ ওপৰত নিৰ্ব্বাসনদণ্ড হল। পূৰ্ব্বে কলিতা ফুকনে বংদলৈ শইকীয়াৰ ঘৰত জুই দি পুৰিছিল। দুৰণিত খেদা-খাই থকা কালত বংদলৈয়ে এদিন "তয়ে মোৰ ঘৰ-দুৱাৰ পুৰি সাং

কৰিলি” এই বুলি কলিতা ফুকনক দাবে ককালত ঘা মাৰিলে ; পিছিগাত আকৌ ভিজিত কাটিলে।

লক্ষ্মীসিংহ ৰজাৰ দিনত দৰঙৰ মাটি-পিয়লৰ যেমেজালি ঘটে আৰু প্ৰজাৰ ওপৰত উৎপীড়ন হয়। তাৰে প্ৰতিবাদ কৰিবলৈ চাৰিহাজাৰ দৰঙী পাইক উজনিৰ ৰাজধানী পালেগৈ। ৰজাৰ নগৰৰ ওচৰত তেওঁলোকে আবাৰ কৰিবলৈ ধৰিলে, বোলে, “যদি আমাৰ গোচৰ ৰজাই ভালকৈ সোধে তেন্তে দৰঙলৈ উভতি যাম। যদিহে নোসোধে তেন্তে আমি ইয়াতে মৰিম।” ইতিমধ্যে দৰঙ্গিয়ালৰ গতিৰোধ কৰিবলৈ যোৱাত ৰবৰুৱাৰ টেকেলাক দৰঙ্গিয়ালে ধৰি পাৰে-মানে কিলালে। সেই সময়ত উজনিৰ ৰংপুৰ নগৰ দৰঙীয়া প্ৰজাৰে নথৰা হৈছিল। তেওঁলোকে চকী-হাট নামানি অবৈধভাৱে উজনিৰ ৰাজধানীলৈ গৈছিল, তথাপি ৰজাই তেওঁলোকৰ আবেদন শুনিবলৈ বাধ্য হল, আৰু সেইমতে দৰঙৰ পিয়ল স্থগিত ৰাখিলে।

গৌৰীনাথসিংহ স্বৰ্গদেৱে মৰাণৰ প্ৰকোপত উজনিত থাকিব নোৱাৰি গুৱাহাটী-নগাৱঁৰ দিনে পলাই আহিল। নগাৱঁত থকা কালত স্বৰ্গদেৱৰ বিষয়াসকলে বহুত অকাৰ্য্য কৰিবলৈ ধৰিলে। “সকলো বৰুৱা ফুকনে নগঞাৰ বাৰীৰ তামোল-পাণ আপুনি পৰাই অনাইছিল, জীয়াৰী ছোৱালী ধৰাই অনাই বিলাইছিল, প্ৰায়ে মাটিও লৈ থাট পাতিছিল।” এই উপদ্ৰৱ সহিব নোৱাৰি নগঞাইঁতে স্বৰ্গদেৱৰ বাহৰৰ চাৰিও-

কালে চিঞৰি কৃবিছিল, "স্বৰ্গদেৱ ইয়াৰ পৰা যাওক।" নগঞাৰ নিৰ্দ্দেশ মতে ৰজাই নতুন বৰফুকন আৰু বৰবৰুৱা পাতিবলৈ বাধ্য হৈছিল। সেই কালত নগঞা ৰাইজৰ নেতা আছিল সিন্ধুৰা হাজৰিকা। গৌৰীনাথসিংহক প্ৰজাই মিলি নগাৰঁৰ পৰা খেদি দিয়াৰ নিমিত্তে নগঞা মানুহে "ৰজা-খেদা নগঞা" এই খিতাপ লাভ কৰিছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে অসম ৰাজ্য সুস্থিৰ কৰিবলৈ যত্নবান হৈছিল সঁচা, কিন্তু তেওঁক বহুতে ক্ষমতালোভী আৰু স্বাৰ্থপৰ বিষয়া বুলি বিবেচনা কৰিছিল। বিজয় বৰমূৰা গোহাঁই আৰু তেওঁৰ পুতেক ব্ৰজনাথ কোঁৱৰে পূৰ্ণানন্দৰ মনোনীত কমলেশ্বৰ-সিংহ আৰু চন্দ্ৰকান্তসিংহক সিংহাসনচ্যুত কৰি নিজে ৰজা হবলৈ মনস্থ কৰিছিল ; সেই অৰ্থে মণিপুৰ, বঙ্গদেশ, বৰ্ম্মা, কাশী আৰু নেপালৰ পৰা সৈন্য আনিবলৈ চেষ্টা কৰিছিল। এনেকি, ১৮০৬ চনত, গৌৰীনাথসিংহৰ বিধবা আইকুঁৱৰী কমলেশ্বৰী দেবীয়ে গবৰ্ণৰ-জেনেৰেললৈ এই মৰ্ম্মে আবেদন কৰিছিল,—"মোৰ স্বামী স্বৰ্গীয় গৌৰীনাথসিংহ মহাৰাজে বৃটিছৰ সহায় ভিক্ষা কৰাত বৃটিছৰ এফৌজ কোম্পানী-সৈন্য গৈ শত্ৰুক পৰাস্ত কৰি মোৰ স্বামীক অসমৰ সিংহাসনত সুপ্ৰতিষ্ঠিত কৰে। তাৰ ছমাহমানৰ মূৰত স্বৰ্গদেৱৰ মৃত্যু হয়। সেই সময়ত সিংহাসনৰ ন্যায্য অধিকাৰী আছিল মোৰ স্বামীৰ আপোন ককায়েকৰ নাতিয়েক ব্ৰজনাথসিংহ গোহাঁই-দেৱতা। কিন্তু পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে তেওঁক ৰজা নাপাতি আন এজনা কোঁৱৰক সিংহাসনত বহুৱায়,

আৰু নিজেই সকলো ৰাজক্ষমতাৰ অধিকাৰী হৈ শাসন পৰিচালনাৰ ভাৰ গ্ৰহণ কৰে।" কমলেশ্বৰী দেবীয়ে বৃটিছৰ সৈন্য ভিক্ষা কৰি লিখিলে,—"মই এতিয়া ইচ্ছা কৰিছোঁ যে সৈন্য আৰু অস্ত্ৰৰ সহায়েৰে মই মোৰ নিজ দেশ পুনৰ দখল কৰোঁ।"

কমলেশ্বৰী দেবী আৰু ব্ৰজনাথ কোঁৱৰে পূৰ্ণানন্দক ক্ষমতা-চ্যুত কৰিব নোৱাৰিলে হয়, কিন্তু বদনচন্দ্ৰ বৰফুকনে সেই একে-উদ্দেশ্যে বৃটিছৰ সহায় খুজিলে, তাত বিফলমনোৰথ হৈ মানদেশৰ পৰা সৈন্য আনিলেগৈ, ইয়াৰ পৰিণাম কি হল অসমীয়া মাত্ৰেই জানে। ৰাজ্যদ্ৰোহী বুলি এই বদনচন্দ্ৰকো পাচলৈ হত্যা কৰা হয়।

ওপৰত লিখা দৃষ্টান্তমালাৰ পৰা সকলোৱে বুজিব যে আগৰ দিনৰ অসমীয়াই পৰাধীনতা আৰু অত্যাচাৰ-উৎপীড়নক নিৰ্ব্বিবাদে গ্ৰহণ নকৰিছিল। তেনে অৱস্থাত পৰিলে, প্ৰতিকাৰৰ কাৰণে অসমীয়াৰ মন-প্ৰাণ উদ্বিগ্ন হৈ উঠিছিল। নিজৰ জন্মভূমিক অসমীয়াই "সোণৰ সঁফুৰা" বুলি আখ্যা দিছিল। এই সোণৰ সঁফুৰাত ঘূণে বিন্ধিবলৈ নিদিয়াটোৱেই আছিল প্ৰত্যেক অসমবাসীৰ কৰ্ত্তব্য আৰু ধৰ্ম্ম।

অম্বৰাধিপতি ৰামসিংহৰ সৈন্য হাজো অঞ্চলত বিয়পি পৰা দেখি সেনাপতি লাচিত বৰফুকনে সেই বিপুল শত্ৰুসৈন্যৰ কালে চাই কৈছিল,—'মই ফুকনৰ দিনত এনে দশা হল! মোৰ ৰজা ৰক্ষা হব কেনেকৈ? ৰাজ্য ৰক্ষা হব কেনেকৈ? পাচলৈ

বা ৰক্ষা হব কেনেকৈ ?" লাচিতৰ এই বাণীয়েই হৈছে অসমীয়াৰ জাতীয়তাবাদৰ মূলমন্ত্ৰ। এই বাণীকে শিৰোধাৰ্য্য কৰি আজিৰ অসমীয়া স্বাধীনতাৰ পথত অগ্ৰসৰ হওক, এয়ে কামনা।

১৫ আগষ্ট ১৯৪৭ চন।



# উপৰঞ্চি

"বুৰঞ্জীৰ বাণী"ৰ অন্তৰ্গত অধিকাংশ প্ৰবন্ধ ইতিপূৰ্ব্বে অসমীয়া আলোচনী আৰু বাৰ্ত্তাৰিকাকতত প্ৰকাশিত হৈছিল। তাৰে তালিকা, অন্যান্য কিছু কথাৰে সৈতে, তলত দিয়া হল।—

**বৰ-অসমত এভুমুকি।**—শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া সম্পাদিত অসম সাহিত্য-সভা পত্ৰিকা, যোৰহাট, ১ম বছৰ, ২য় সংখ্যা, পুহ-ফাগুন, ১৮৪৮-৪৯ শক, পিঠি ৮৯-১১১। ১৯২৬ খৃষ্টাব্দৰ অক্টোবৰ মাহত ধুবুৰীত বহা অসম সাহিত্য-সভাৰ নৱম সম্মিলনত বুৰঞ্জী-বিভাগৰ দ্বিতীয় অধিবেশনত দিয়া সভাপতিৰ অভিভাষণ। "বুৰঞ্জীৰ বাণী"ৰ সন্নিবিষ্ট প্ৰবন্ধ মূল অভিভাষণৰ সাৰাংশ।

**অসম-জীয়ৰী অমৃতপ্ৰভা।**—শ্ৰীযুত দীননাথ শৰ্ম্মা সম্পাদিত আৱাহন, কলিকতা, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা, চ'ত ১৮৫৩ শক, পিঠি ৬১৯-৬২২। এই প্ৰবন্ধত থকা সম্বলৰ সহায়েৰে গুৱাহাটীৰ শ্ৰীযুত হৰমোহন দাসদেৱৰ পুতেক শ্ৰীমান্ ভুবনমোহন দাসে "অমৃতপ্ৰভা" নামে এখন পঞ্চাঙ্ক নাটক ৰচনা কৰিছে। গুৱাহাটীৰ অসম ট্ৰিবিউন আৰু লক্ষ্ণৌৰ নেছনেল হেৰাল্ড্ আদি কেবাখনো কাকতত বৰ্ত্তমান প্ৰবন্ধৰ ইংৰাজী ভাঙনি এটি প্ৰকাশিত হৈছিল, অক্টোবৰ ১৯৫১। বিহাৰ মজফৰপুৰ-নিবাসী শ্ৰীৰাজেশ্বৰপ্ৰসাদ নাৰায়ণ সিংহ এম্-পি-দেৱে লিখকৰ অনুৰোধত "অমৃতপ্ৰভা" নামে এখনি হিন্দী কাব্যগ্ৰন্থ ৰচনা কৰি প্ৰকাশ কৰিছে।

**প্ৰাচীন কামৰূপ বুৰঞ্জীৰ আভাস।**—শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া সম্পাদিত অসম সাহিত্য-সভা পত্ৰিকা, যোৰহাট, ২য় বছৰ,

৪র্থ সংখ্যা, আহাৰ-ভাদ ১৮৪৯-৫০ শক, পিঠি ১৭৪-১৮২। মূল প্ৰবন্ধৰ শিৰোনামা আছিল "উত্তৰ-ভাৰতৰ অনুশাসনত প্ৰাচীন কামৰূপ বুৰঞ্জীৰ আভাস।" প্ৰবন্ধৰ শেহত প্ৰমাণ-পঞ্জী সংযুক্ত কৰি দিয়া হৈছিল।

**গড়মা কুঁৱৰী।**—গৌড় বাদশ্বাহৰ কন্তা সুশুদ্ধি গড়মা কুঁৱৰীৰ চৰিত্ৰ আদৰ্শস্থানীয় নহলেও তেওঁৰ কাহিনী বৈচিত্ৰ্যময় আৰু বিশিষ্টতাপূৰ্ণ; আৰু সেই কাহিনীত মৌলিক নাটক, কাব্য আৰু উপন্যাস ৰচনাৰ কাৰণে প্ৰথম থাপৰ উপাদান আছে। এগৰাকী দুষ্টচৰিত্ৰা তিৰোতাৰ কাৰণে গৌড়, কমতা, হেড়ম্ব আৰু অসম এই চাৰি ৰাজ্যৰ মাজত সমৰাগ্নি জ্বলি উঠিল। অসমীয়া পাত্ৰ-মন্ত্ৰীৰ উপায়-কৌশলত জানিবা স্বৰ্গদেৱ দিহিঙ্গীয়া ৰজাই গড়মাৰ মোহিনীজালৰ পৰা কোনোমতে মুক্তি পালে। গড়মাক অসম বুৰঞ্জীৰ ক্লিয়পেট্ৰা বুলিব পাৰি। বৰ্ত্তমান লিখকৰ দ্বাৰা সম্পাদিত "কছাৰী বুৰঞ্জী" আৰু সুকুমাৰ মহন্তৰ ঘৰত পোৱা "অসম বুৰঞ্জী"ত গড়মাৰ সাৰশেষ কথা পোৱা যাব।

**মূলা গাভৰু।**—ৰাজকন্তা গড়মাৰ বিশ্বাসঘাতকতা আৰু কলঙ্ক, আৰু অসমৰ ৰজা-জী মূলা গাভৰুৰ পতিভক্তি, দেশপ্ৰেম আৰু যুদ্ধ-বিক্ৰম,—এই দুই চৰিত্ৰৰ বিজনি অতি শিক্ষাপ্ৰদ। শ্ৰীযুত ৰাধাকান্ত সন্দিকৈ ডাঙৰীয়াৰ "মূলা গাভৰু" নাটক, আৰু স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াৰ "যুদ্ধ-ক্ষেত্ৰত আহোম ৰমণী" কাব্য সকলোৱে পঢ়িব লগীয়া। দৰং জিলাৰ গঞ্জিৰি মৌজাত থালি-পুখুৰীয়া গাৱঁৰ বটলা-গড়ত আহোম সেনাপতি এগৰাকীৰ ভাৰ্য্যাই মুছলমানৰ লগত ৰণ কৰি যুদ্ধক্ষেত্ৰত প্ৰাণ ত্যাগ কৰিছিল বুলি এটি কিম্বদন্তী প্ৰচলিত আছে। স্বৰ্গীয় আনন্দচন্দ্ৰ আগৰৱালা ডাঙৰীয়াই এই বটলা-গড়ৰ বিষয়ে লিখিছিল,—"আগেয়ে এই গড়ৰ ওচৰেদি বৰৈ-নৈ বৈছিল। গাৱঁলীয়া মানুহে বহাগৰ ৰঙালি বিহুত বটলা-গড়ৰ টিলত ৰং-ধেমালি কৰিছিল, আৰু পুখুৰীটোত সেই

বীৰাঙ্গনাৰ উদ্দেশ্যে ফুল-নিৰ্মালি পেলাইছিল,"—অসমীয়া সাহিত্যৰ উন্নতিত তেজপুৰীয়াৰ দান, আৱাহন, ৩য় বছৰ, ৬ষ্ঠ সংখ্যা, ১৮৫২ শক, চ'ত মাহ, ৬২৭ পিঠি। বটলা-গড়ৰ বীৰাঙ্গনাই মূলা গাভৰু হয়নে নহয়, সেই বিষয়ে অনুসন্ধান কৰিব লগীয়া।

**শান্তিকন্যা ৰাধিকা আৰু তেলীয়া পত্নী।**—শ্ৰীযুত দীননাথ শৰ্ম্মা সম্পাদিত আৱাহন, কলিকতা, ৫ম বছৰ, ৭ম সংখ্যা, বহাগ ১৮৫৬ শক, পিঠি ৭৩০-৭৩৫। ৰাধিকা শান্তিৰ বিষয়ে কথাখিনি লোৱা হৈছিল যাইকৈ শ্ৰীযুত পূৰ্ণলাল দাসদেৱে সঙ্কলন কৰা জীৱন-চৰিতৰ পৰা; আৰু তেলিয়াৰ ভাৰ্য্যা শান্তিকন্যাৰ কথাখিনি পোৱা হৈছিল সুকুমাৰ মহন্তৰ ঘৰত পোৱা অসম বুৰঞ্জী পুথিত। "আৱাহন"ত প্ৰকাশিত হোৱা প্ৰবন্ধৰ শিৰোনামা দিয়া হৈছিল "আৰু এগৰাকী শান্তিকন্যা," কাৰণ সেই সময়ত সতী ৰাধিকাৰ কাহিনীটো বিস্তৃতভাৱে প্ৰচাৰ হোৱাত উক্ত শান্তিৰ সমসৰী দ্বিতীয় শান্তিকন্যা তেলীয়া-পত্নীৰ কাহিনীও পোহৰলৈ অনাটো প্ৰবন্ধৰ উদ্দেশ্য আছিল।

**গোট-পাইকৰ নিবন্ধন।**—শ্ৰীমান দুলালচন্দ্ৰ ভূঞা সম্পাদিত জনমভূমি, সাদিনীয়া বাতৰি-কাকত, যোৰহাট, স্বাধীনতা সংখ্যা, ১৫ আগষ্ট ১৯৪৯ চন। মূল প্ৰবন্ধৰ শিৰোনামা আছিল "গোট-পাইকৰ নিয়ম কেনেকৈ হল ?"

**একোটা মানুহে একোখান পৰ্ব্বত।**—শ্ৰীমান্ নিৰণ ভূঞা সম্পাদিত সাদিনীয়া অসমীয়া, গুৱাহাটী, স্বাধীনতা সংখ্যা, ১৫ আগষ্ট ১৯৪৯ চন। "বুৰঞ্জীৰ বাণী"ত সন্নিবিষ্ট প্ৰবন্ধত কিছু নতুন কথা যোগ দিয়া হৈছে। প্ৰবন্ধত উল্লিখিত জাখিৰগুৰি বাহৰেই পাচলৈ গজপুৰ নগৰ নামে প্ৰখ্যাত হয়। স্বৰ্গদেৱ প্ৰতাপসিংহ মহাৰাজৰ পোনতে মন আছিল এই নগৰৰ নাম হস্তিনাপুৰ থবলৈ।

**ৰৰ-অসম আৰু বুৰঞ্জীৰ বাণী।**—শ্ৰীযুত দীননাথ শৰ্ম্মা সম্পাদিত আবাহন, কলিকতা, ৩য় বছৰ, ৪ৰ্থ সংখ্যা, মাঘ ১৮৫৩ শক, পিঠি ৩৭৮-৩৮৪। মূল প্ৰবন্ধত ৰুদ্ৰসিংহ স্বৰ্গদেৱ আৰু পাত্ৰ-মন্ত্ৰীৰ উক্তি থকা বুৰঞ্জীৰ পুথিৰ পাতখিলাৰ ফটোগ্ৰাফ সংযুক্ত কৰি দিয়া হৈছিল। স্বৰ্গদেৱৰ মোগল ৰাজ্য আক্ৰমণৰ প্ৰকৃত উদ্দেশ্য আৰু তাৰ কাৰণে কৰা আয়োজনৰ বিশেষ বিৱৰণ বৰ্ত্তমান লিখকৰ দ্বাৰা সম্পাদিত "ত্ৰিপুৰা বুৰঞ্জী"ত পোৱা যাব। এই প্ৰবন্ধ ৰচনা কৰা কালত "ত্ৰিপুৰা বুৰঞ্জী" পুথি লিখকৰ হাতত পৰা নাছিল।

**লগঞা শইকীয়া ভোটাই ডেকা।**—শ্ৰীমান্ বিৰিঞ্চিকুমাৰ বৰুৱা সম্পাদিত অৰুণ, কলিকতা, ৩য় বছৰ, ১ম সংখ্যা, ভাদ ১৮৫৭ শক, পিঠি ১১-১৭। এই প্ৰবন্ধটি শ্ৰীমান্ উপেন্দ্ৰচন্দ্ৰ লেখাৰু সঙ্কলিত "কথা-সাহিত্য" গ্ৰন্থত সন্নিবিষ্ট কৰা হৈছে। ৰাজ্যৰ বৈৰী লালুক-সোলা বুঢ়াফুকনক বধ-কৰোঁতা ভোটাই বীৰৰ নাম আগৰ কালৰ প্ৰতিখন বুৰঞ্জীতে পোৱা যায়। বৰ্ত্তমান প্ৰবন্ধৰ পৰা পঢ়ুৱৈসকলে বুজিব পাৰিব যে সতী জয়মতীৰ নিৰ্য্যাতনৰ মূলত আছিল লালুকৰ উচ্চাকাঙ্ক্ষা আৰু দুৰভিসন্ধি। এই যুগৰ বিস্তৃত বিৱৰণ পোৱা যাব,—বৰ্ত্তমান লিখকৰ "ৰমণী গাভৰু" গ্ৰন্থত; "অসম জীয়ৰী" গ্ৰন্থৰ জয়মতীৰ কথা থকা দ্বিতীয় খণ্ডত; আৰু আতন বুঢ়াগোহাঁই ৰাজমন্ত্ৰী ডাঙৰীয়াৰ জীৱনী আৰু যুগকাহিনী থকা সুবৃহৎ ইংৰাজী গ্ৰন্থত। শেষোক্ত গ্ৰন্থ অলপতে ওলাব।

**কাৰেঙত পাঁজি-কটা শিক্ষা।**—শ্ৰীমান্ দেৱকান্ত বৰুৱা সম্পাদিত দৈনিক অসমীয়া, গুৱাহাটী, ১৯৪৭ চনৰ পহিলা এপ্ৰিলৰ সংখ্যা। বৰ্ত্তমান লিখকৰ "এন্ এছেমীজ্ নুৰজাহান" নামে ইংৰাজী গ্ৰন্থত অসমীয়া বোৱা-কটা, আৰু মহাৰাজ শিৱসিংহ স্বৰ্গদেৱৰ তিনি সৰ্বাৰী

কুঁৱৰী—ফুলেশ্বৰী দেৱী, অম্বিকা দেৱী আৰু সৰ্ব্বেশ্বৰী দেৱীৰ বিষয়ে কিছু কথা পোৱা যাব।

**শান্তি আৰু সমৰ।**—স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া সম্পাদিত বাঁহী, গুৱাহাটী, ১৫শ বছৰ, ১ম সংখ্যা, বহাগ ১৮৪৭ শক, পিঠি ৩০-৩১। "বাঁহী"ৰ এই সংখ্যাৰ পৰা আৰম্ভ কৰি ১৬শ বছৰৰ ৩য় সংখ্যালৈকে এই পোন্ধৰ সংখ্যাত মহাৰাজ ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ ৰাজত্বকালৰ দীঘলীয়া বুৰঞ্জী ধাৰাবাহিকভাৱে প্ৰকাশিত হৈছিল। বৰ্ত্তমান প্ৰবন্ধ সেই বুৰঞ্জীৰে আৰম্ভণি-অংশৰ পৰিবৰ্দ্ধিত পাঠ। শ্ৰীযুত দণ্ডীনাথ কলিতা সঙ্কলিত "সাহিত্য-মুক্তাৱলী"ত "বাঁহী"ত ওলোৱা অংশ সন্নিবিষ্ট হৈছে। 'বাঁহী"ত ওলোৱা বুৰঞ্জীখন পৰিবৰ্দ্ধিত কৰি ছপাবৰ কাৰণে যুগুত কৰি থোৱা হৈছে।

**ডুৱলীয়া পানীফুকনৰ বীৰত্ব।**—স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা ডাঙৰীয়া সম্পাদিত বাঁহী, গুৱাহাটী, ১৪শ বছৰ, ১১শ সংখ্যা, ফাগুন ১৮৪৬ শক, পিঠি ৪৪০-৪৪৬। স্বৰ্গীয় পদ্মনাথ গোহাঁই-বৰুৱা ডাঙৰীয়া সংকলিত "সাহিত্য-সংগ্ৰহ" গ্ৰন্থত এই প্ৰবন্ধ অন্তৰ্ভুক্ত কৰা হৈছে। স্বৰ্গীয় হিতেশ্বৰ বৰবৰুৱা ডাঙৰীয়াই ১৫শ বছৰৰ ২য় সংখ্যা "বাঁহী"ত প্ৰকাশিত এটা প্ৰবন্ধৰ যোগেদি জনাইছিল যে দিহিঙীয়া কাশী বা ডেঁবেৰা পানীফুকনৰ দুজনা পুতেক আছিল,—বৰৈ আৰু চিৰৈ। বৰ্ত্তমান প্ৰবন্ধৰ ডুৱলীয়া পানীফুকনেই হৈছে এই বৰৈ। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ দিনত চিৰৈয়ে যেধি নাম লৈ গুৱাহাটীৰ বৰফুকন হয়গৈ।

**কীৰ্ত্তিচন্দ্ৰ বৰবৰুৱাৰ ৰাজনীতি।**—শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া সম্পাদিত অসম সাহিত্য-সভা পত্ৰিকা, যোৰহাট, ২য় বছৰ, ২য় সংখ্যা, পুহ-ফাগুন, ১৮৪৯-৫০ শক, পিঠি ৬৭-৭১। বৰবৰুৱা আৰু বৰফুকনৰ

উক্তিখিনি স্বৰ্গদেৱ লক্ষ্মীসিংহ মহাৰাজৰ দিনৰ পাঁচিপতীয়া ৰবপাহী বুৰঞ্জী এথনিৰ পৰা লোৱা হৈছে।

**মান-অনা বদনচন্দ্ৰ বৰফুকন।**—এই লিখকৰ দ্বাৰা সম্পাদিত "বৰফুকনৰ গীত"ৰ দ্বিতীয় তাঙৰণৰ পাতনিত থকা 'নতুন কথা' শীৰ্ষক অংশ বৰ্ত্তমান গ্ৰন্থতো সন্নিবিষ্ট কৰি দিয়া হল, যাতে "বুৰঞ্জীৰ বাণী"ৰ পঢ়ুৱৈসকলে অসমৰ ভাগ্যপৰিবৰ্ত্তনকাৰী এই যুগৰ বিষয়ে কিছু আভাস পাব পাৰে। লিখকৰ ইংৰাজী গ্ৰন্থ "এংলো-এছেমীজ্ ৰিলেচনচ্" বা ইংৰাজ-অসমৰ লেনদেনৰ বুৰঞ্জীত বদনচন্দ্ৰ বৰফুকন আৰু তেওঁৰ যুগৰ সকলো কথা পোৱা যাব।

**হাজিৰাচকীৰ পৰা গণপৰিষদলৈ।**—শ্ৰীমান্ দেৱকান্ত বৰুৱা সম্পাদিত দৈনিক অসমীয়া, গুৱাহাটী, স্বাধীনতা সংখ্যা, ১৫ আগষ্ট ১৯৪৭ চন। এই তাৰিখৰ পূৰ্ব্বতে যাবতীয় প্ৰদেশসমূহৰ প্ৰতিনিধিৰে গঠিত গণপৰিষদত ভাৰত শাসনৰ নতুন সংবিধান-ৰচনা কাৰ্য্য আৰম্ভ হৈছিল। ১৯৪৯ চনৰ নৱেম্বৰ মাহত সেই সংবিধান চূড়ান্তভাৱে গণপৰিষদত গৃহীত হয়, আৰু বৰ্ত্তমানে সেই সংবিধান অনুসাৰে স্বাধীন ভাৰতৰ শাসন-কাৰ্য্য পৰিচালিত হৈছে।

—সমাপ্ত—

## —"বুৰঞ্জীৰ বাণী"ৰ দুখনি লগৰীয়া গ্ৰন্থ—

১। **বুৰঞ্জীৰ কথা।** অন্তৰ্ভুক্ত প্ৰবন্ধাৱলী,—

মনৰ কথা।
প্ৰাচীন ভাৰতত
গাওঁ-উন্নয়নৰ প্ৰচেষ্টা।
লিচ্ছৱী-বিজয়।
কোচৰ অসম আক্ৰমণ।
কছাৰী বুৰঞ্জীৰ আখ্যান।
অসম-বুৰঞ্জীৰ কথা।
মহাপুৰুষীয়া ধৰ্ম্মৰ বৈশিষ্ট্য।
বৈষ্ণৱ-নিৰ্য্যাতন।
অসমত নবাব মীৰজুমলা।
আওৰংজেবলৈ মীৰজুমলাৰ চিঠি।
লাচিত বৰফুকন।
ৰুদ্ৰসিংহ স্বৰ্গদেৱ।
অসমৰ উৎপন্ন-সম্পদ।
ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ
চিকিৎসা-বিভ্ৰাট।
ফোপাই পানীফুকনৰ কথা।
ইংৰাজ-অসমৰ সম্বন্ধ।
আহোমৰ শেষযুগৰ বুৰঞ্জী।

২। **বুৰঞ্জী আলোচনা।** অন্তৰ্ভুক্ত প্ৰবন্ধাৱলী,—

অসমীয়া বুৰঞ্জী-সাহিত্য।
ইউৰোপত অসমৰ জ্যোতিষ-সূত্ৰ।
বঙ্গলা ভাষাত অসম-বুৰঞ্জী।
ডাঃ ওৱেডৰ অসম-বুৰঞ্জী।
আহোমৰ অভিধান শাস্ত্ৰ।
অসমীয়া বুৰঞ্জীত শিৱাজী মহাৰাজ।
সতী জয়মতীৰ কথা।
মৰাণৰ ৰণচণ্ডী ৰাধা আৰু ৰুক্মিণী।
মৰাণ ৰজা ভৰথসিংহ।
মানৱ দিনৰ কথা।

ওপৰোক্ত আটাইকেইটা প্ৰবন্ধ অসমীয়া আলোচনী আৰু বাতৰি-কাকতত প্ৰকাশিত হৈছে। এই দুখন গ্ৰন্থ অলপতে ওলাব।

---